বিৰিঞ্চি বৰদলৈৰ

চুটিগল্পৰ সংগ্ৰহ

# অজ্ঞেয়






জ্যোতি প্ৰকাশন
পাণবজাৰ □ গুৱাহাটী-১

## *AJNYEYA*

A collection of short stories, written by Bikiron Bordoloi, Sonari Gaon, Tarajan, Jorhat and Published by M/s. Jyoti Prakashan, Panbazar, Guwahati-781001. Price : Rs. 25·00 Only.

First Published : Second Jorhat Book Fair
November, 1993

---

**অজ্ঞেয়**

বিকীৰণ বৰদলৈৰ চুটিগল্পৰ সংগ্ৰহ

প্ৰকাশক ঃ জ্যোতি প্ৰকাশন
পাণবজাৰ ঃ গুৱাহাটী-১

মুদ্ৰক : ৰবীন নন্দী
সাবিত্ৰী প্ৰিণ্টাৰ্ছ
১১/এ, গড়পাৰ ৰোড
কলিকতা-৭০০ ০০৯

**প্ৰথম প্ৰকাশ ঃ দ্বিতীয় যোৰহাট গ্ৰন্থমেলা, নৱেম্বৰ, '৯৩**

**মূল্য ঃ ২৫·০০ টকা।**

## ॥ স্বগত ॥

যিজনৰ নিৰুৎসাহ সত্ত্বেও মই গল্প লেখিবলৈ এৰিব নোৱাৰিলোঁ, সেইজনা শ্ৰদ্ধেয় 'দেউতা' স্বৰ্গীয় সৰ্বেশ্বৰ বৰদলৈৰ কৰকমলত।

মাজৰাতি, প্ৰথম গল্পটোৰ ছপা আখৰবোৰ চকুৰ আগত লৈ বৰ লাজ লাগিছিল। সেই লাজ থাকি গ'ল। তথাপি, সেই লাজৰ আঁৰতে অন্য এক বিশ্বাসৰ জন্ম হ'ল। সেইকণ বিশ্বাসৰ পিতৃ দুজন ব্যক্তি—শ্ৰদ্ধাস্পদ ড° ভবেন্দ্ৰনাথ শইকীয়া আৰু শ্ৰীপ্ৰদীপ বৰুৱা। দুয়োগৰাকীৰ ওচৰত মই কৃতজ্ঞ। কিন্তু সেয়া কেনেকৈ প্ৰকাশ কৰোঁ।

বোধকৰো লেখনীৰ মাজেদিয়েই ॥

—বিকীৰণ বৰদলৈ।

## গল্প-সূচী

# আচল মানুহ

বিচিত্ৰ কলিতাই তেওঁৰ হোটেলত গাহৰি মাংস বেছা কাৰণে বৰচেঙেলী গাঁৱৰ মানুহবোৰে নগৰলৈ আহিলেও তেওঁৰ হোটেলত নোসোমোৱা হৈছিল। এনেকৈ বিচিত্ৰ কলিতাৰ সেইখন হোটেল নহয়, ৰেস্তোৰাঁহে। পিছে সকলোৱে হোটেল বুলিয়েই কয়। ৰেস্তোৰাঁখনৰ ওপৰতো ডাঙৰ নামফলক এখনত "হোটেল চিনাকি" বুলিয়ে লিখা আছে।

বিচিত্ৰ কলিতাৰ নিজৰ গাঁও বৰচেঙেলী পাৰ হৈয়ো একেবাৰে দেউৰী গাঁৱৰ সিফালে থকা ব্ৰহ্মপুত্ৰৰ ঘাটটোৰ পৰা অহা বেচৰকাৰী বাছকেইখন নগৰৰ এই চিনাকি হোটেলৰ মুখতে ৰয়হি। বাছকেইখন পুৱাবেলা আহি যেতিয়া হোটেলৰ মুখৰ বাটটোৰ দাঁতিতে ৰয়হি, ঠাইডোখৰ তেতিয়া বেচৰকাৰী বাছ আস্থান যেনহে লাগে। বাটটোৰ ইদাঁতিয়ে আকৌ মাটি কাঢ়ওৱা আৰু বালি মহলৰ লৰিবোৰে শাৰী পাতি ৰৈ থাকে। লৰিবোৰত কামকৰা বিহাৰী বনুৱাবোৰৰ পৰা মালিকবিলাকলৈকে সকলোৰে খোৱা-বোৱাৰ পৰা আৰম্ভ কৰি হিচাপ-নিকাচ, দৰমহা-পাতিলৈকে সকলোবোৰ চিনাকি হোটেলৰ তিনিফুটীয়া সৰু সৰু মেজ-কেইখনতে হয়। এই মানুহসোপাৰ হেন্দোলানিতে বাটটোৰ দাঁতিত পৌৰসভাৰ কৰ্মচাৰীয়ে খান্দি থোৱা খালটোৰ ওপৰত বিছ লিটাৰৰ ডালডা-মিঠাতেলৰ খালী টিং কাটি-কাটি সেইবোৰ সুন্দৰকৈ কাঠত লগাই দুচলীয়াকৈ সজা গুমটিত ঢেৰ পাণ-ছিগাৰেট তামোলৰ দোকান।

হোটেলত বনকৰা ল'ৰা বুলিবলৈ গৌতম ৰায় নামৰ মুলে

কাৰিকৰ জন, তেওঁৰ সহায়ক এজন, সৰু সৰু বিহাৰী ল'ৰা তিনিটা আৰু প্ৰায় ন-দহ বছৰীয়া বৰচেঙেলী গাঁৱৰে মইনা বৰা নামৰ সৰু ল'ৰাটো। পিছে তাক দিনত মালিকে স্কুললৈ পঠায়। বাকীকণ সময়ত সি হোটেলত চাহ-ভাত দিয়াৰ পৰা গ্ৰাহকৰ পৰা পইচা লৈ ঘূৰাই দিয়ালৈকে সকলো কৰে। হিচাপ-পত্ৰত সি ভুল নকৰে। তাৰ মূৰটো হেনো ভাল, গধূলি সময় ওলালেই বিচিত্ৰ কলিতাই নিজে জনাখিনিৰেহ মইনাক কাষতে বহুৱাই মাজে মাজে পঢ়ায়।

কলিতা মানুহটো অলপ মেজাজী। ডাঢ়ি নুখুৱায়, চুলিও বৰকৈ নাচোঁৰে। কাপোৰ সেই পিন্ধাজোৰকে তিনি চাৰিদিন পিন্ধিয়েই থাকে। মাজে-মাজে তেওঁ গৰম পানী অকণ খাই লৈ হুলস্থুলো লগায়। নিলাজ ভাষাৰে কাৰোবাক গালি পাৰে। মন ভালে থাকিলে কাৰোবাক মাতি আনিও দুটকা দিব, কেতিয়াবা আকৌ খুজি থাকিলেও খেদি দিব। এই আৰু! বিয়া-বাৰুৰ কথাও ভাবিবৰ সময় হ'ল ; এনেকৈ দোঁৰহে হৈছে ; পিছে ঘৰৰ মানুহে কৈ কৈ ভাগৰিছে। অৱশ্যে বয়স এতিয়াও উকলি যোৱা নাই।

হোটেল নচলিলেও বিচিত্ৰ কলিতা একোৰে টানত নপৰে। এবছৰৰ খেতিৰে প্ৰকাণ্ড গুটি ধানৰ ভঁৰালটো ঘৰৰ মানুহকেইটাই দুবছৰেও খালী কৰাটো টান। ঘৰৰ মানুহ বুলিবলৈ মাক-বাপেক হাল আৰু ভায়েক এটা। এতিয়া ভায়েকেই খেতি-খোলা চলায়। দেউতাকো কাৰিব পৰা হৈ আছে। দিগদাৰ তেনেকৈ নহয়। দেউতাকৰহে কষ্ট হয়। বিচিত্ৰই নিজেও ঘৰতে থাকি খেতি-খোলাতে মন দিছিল ; পিছে তাৰ উখৰা স্বভাৱটো কাৰণে সি গাঁৱৰ পৰা ওলাই আহিব লগা হ'ল। সি অনুচিত বুলি ভবা মনে-জোখাৰে নিমিলা কিবা এটা যদি বৰচেঙেলীত হ'বলৈ হয়, তেন্তে তাতকৈ সৰু হ'লেতো কথাই নাই ডাঙৰ হ'লেও সি উভতি ধৰে। খোদ মানুহটো থিয় হৈ আগছি ধৰিব। গাঁওখনত বিচিত্ৰক আগচি ধৰিবপৰা মানুহ নাই বুলিলেও হয়। অৱশ্যে

তাৰ সদনামো আছিল। সি বোলে উচিত কামটোত সদায় হাত উজালহে দিছিল। অনুচিতটোহে অকলে হ'লেও উভতি ধৰিছিল।

বিচিত্ৰৰ এইবোৰ কাণ্ড-কাৰখানা দেখিও চেঙেলীগাঁৱতে হাড়বুঢ়া হোৱা দেউতাকে তাক একো নকৈছিল। হাজাৰ হ'লেও নিজৰ পো। তেওঁ তাৰ মনটো বুজি পায়। মাকেহে মূৰে-কপালে হাত দি হায়ে-বিয়েথন লগায়। সি ঘৰ সোমালে এই ডেকা বয়সতো তেওঁ তাক জাতি-বাহিৰ লেকেচিডাল লৈ খেদি ফুৰে। তথাপি বাপেকে তাক একো নকয়। পিছে বস্ত্ৰ মাষ্টৰটো মৰি থাকিলতহে বাপেকৰ গা বাজিল। কাৰণ গাঁৱত মাষ্টৰৰ বাহিৰে আৰু কোনেও পুতেকক চম্ভালিব নোৱাৰিছিল।

এক প্ৰকাৰে বস্ত্ৰ মাষ্টৰেই গাঁওখনৰ লাইখুটা স্বৰূপ আছিল বুলিব পাৰি। আচলতে তেওঁৰ নামটো বস্ত্ৰ বৰা। পিছে অকল গাঁৱে নহয়, গোটেই এলেকাটোৰ মানুহেই তেওঁক বস্ত্ৰ মাষ্টৰ বুলিহে জানে। এইটো মানুহো একধৰণৰ আছিল। চুৰিয়া পঞ্জাবী আৰু পুৰণা ৰেলি ৰাইচাইকেল খনেৰে মানুহটো দেখাত সাইলাখ পুৰণা কংগ্ৰেছী মানুহ যেন লাগিছিল। পিছে মানুহজনে মেল-মিটিঙৰ সঁচ দেখিব নোৱাৰিছিল। তাহানিকালৰে আই. এ. পাছ মানুহজন গাঁৱৰ এমূৰে থকা চেঙেলী-বৰখেলীয়া নিম্ন বুনিয়াদী প্ৰাথমিক বিদ্যালয়ৰ প্ৰধান শিক্ষক আছিল। পিছে তেওঁ নৱম-দশম মানলৈকে সকলো বিষয় বৰ ভালকৈ পঢ়াব পাৰিছিল। তেওঁৰ ওচৰলৈ কোনোবা ল'ৰা-ছোৱালী পঢ়িম বুলি আহিলেই হ'ল, তেওঁ পঢ়াবই। ঘৰত যি থাকে তাকে খাবলৈও দিব। পিছে কোনোবাই পইচা-পাতিৰ কথা উলিয়ালেহে তেওঁ তাক গালি-শপনি পাৰি খেদি দিছিল। এবাৰ লগপোৱা ল'ৰা-ছোৱালীক তেওঁ দ্বিতীয়বাৰ দূৰত দেখিলেও চিনি পাইছিল। গাঁৱৰ বুঢ়াচাম বা ভকতৰ শাৰীত বহা চামৰ লগত তেওঁ দৰকাৰ

নহ'লে কথা নাপাতিছিল। পিছে মানুহবোৰে মাষ্টৰৰ আগেদি পাৰ হৈ গ'লে এনেয়ে মূৰটো দোঁৱাই যায়; বাই-ছাইকেলৰপৰা নামি দিয়ে।

গধূলি বেলিকা মাষ্টৰে হলং-হলংকৈ খোজ কাঢ়ি গাঁওখনৰ ইমূৰৰপৰা সিমূৰৰ তেওঁৰ মৰমৰ স্কুলখনলৈকে খোজ কাঢ়িছিল। সেই সময়ত গাঁৱৰ ডাঙৰ-সৰু সকলো ল'ৰা-ছোৱালী পঢ়া মেজত বহিব লাগিব। কেনেবাকৈ কাৰোবাক খেতি-খোলাৰ কামত বা বাৰী-বনত লাগি থকা দেখিলে মাষ্টৰে সোমাই সেই ল'ৰা-ছোৱালীৰ বাপেক-মাকক গালি পাৰি থৈ আহেগৈ।

গধূলি খোজকাঢ়ি উভতি আহোঁতে মাষ্টৰ বিচিত্ৰহঁতৰ ঘৰত সোমায়। নঙলাডাল খুলিয়েই তেওঁ চিঞৰে "বিচিত্ৰ আছেনে?" এইটো মানুহৰ কাৰণেই বিচিত্ৰ প্ৰাক-স্নাতকটো পাছ কৰিলে। কেনেবাকৈ গধূলি ৰত্ন ছাৰ নাহিলে বিচিত্ৰয়েই মাষ্টৰৰ ঘৰ ওলায়গৈ।

ঘৰ বুলিবলৈ মাষ্টৰৰ পৰিবাৰ, নৱমমানত পঢ়া ডাঙৰ ছোৱালী-জনী আৰু তেওঁৰ স্কুলতে নাম লগাইলোৱা অকণমানি ল'ৰাটো। মানুহটো অৱশ্যে ঘৰবাৰীৰ ক্ষেত্ৰত পৰিপাটি। ঘৰটো খেৰ-বাঁহৰে। মূল খুটাকেইটা অৱশ্যে শাল কাঠৰ। পিছে মানুহটোৰ সেই স্বভাৱ, ঘৰখনৰ যি বস্তু য'ত থাকিব লাগে তাত পাবই লাগিব। তাকো পৰিপাটিকৈ। কোনো বস্তু লাংখাই পৰি থাকিব নোৱাৰিব।

সেই ৰত্ন মাষ্টৰ এদিন হঠাতে মৰি থাকিল। মৰিবৰ হোৱা নাছিল হেনো। কিবা বোলে বহুদিনীয়া প্ৰেছাৰ আছিল। ডাক্তৰ কবিৰাজ মতাৰো সময় নহ'ল। আচলতে মাষ্টৰৰ কি অসুখ কোনেও গমকে নাপালে। বিনা চিকিৎসাই ঢুকাল মানুহজন। শ্মশানত গোটেই মৌজাটোৰ মানুহেই গোট খাইছিলহি বুলিব পাৰি। লোকে লোকাৰণ্য বুলিলেও অত্যুক্তি কৰা নহ'ব। অঞ্চল-

টোৰ ছাত্ৰ-ছাত্ৰী, শিক্ষক, বয়সস্থ সকলোৱে মিলি শৱদেহ ফুল-চন্দন ধূপ-ধূনাৰে সজাই শ্মশানলৈ নিয়াৰ আগতে দীঘলীয়া শোভা-যাত্ৰা এটাও কৰিলে। পাছদিনালৈ অঞ্চলটোৰ সকলো স্কুলতে মৃতকৰ সদগতিৰ কাৰণে শোকসভা পতা হৈছিল। খবৰ কাগজতো মাষ্টৰৰ মৃত্যুৰ কথা ওলাইছিল। কাগজত আদৰ্শ শিক্ষকজনাই বিধবা পৰিবাৰ আৰু দুটি কণ-কণ ল'ৰা-ছোৱালী এৰি থৈ গৈছে বুলিও ওলাইছিল।

সেই তেতিয়াই বিচিত্ৰৰ দেউতাকে ঠিক কৰিলে যে এতিয়া আৰু বৰপুত্ৰক ঘৰত ৰখা ঠিক নহ'ব। প্ৰথমে তেওঁ চাকৰি-বাকৰি এটাৰ কথাকে উলিয়াইছিল। পিছে সিহে ঠেহেৰকৈ মাত লগালে বোলে—"আজিকালি চাকৰি বিচাৰি কাৰোবাৰ ওচৰলৈ গ'লে পিঠিফালে বৰমানুহৰ মোহৰ এটা মাৰি যাব লাগে। নহ'লে তোলৈ কোনেও মূৰ দাঙিও নাচায়। চব মানুহ বস্ত্ৰ ছাৰ নহয়। মই ক'ত সেইডাল শিয়ালৰ নেগুৰ বিচাৰি পাম। তাতকৈ তোৰ হৰিভকত দাইটি টাউনতে আছে, ঘৰ এটাকে ঠিক কৰি দিবলৈ ক। হোটেল এখনকে খোলোঁ। ময়ো নিজৰ মতে চলিব পাৰিম।"

বিচিত্ৰৰ কথায়েই ৰজিল। সি হোটেল খুলিলে। সেইখনেই "চিনাকি হোটেল"। পাঁচ বছৰ পাৰ হৈ গ'ল এইখন হোটেলত, সি পিছে সলনি নহ'ল। সেই একেই স্বভাৱ একেই মেজাজ। আজিকালি সি কাৰোবাক গালি পাৰিলে, কেতিয়াবা গৰম পানী এটোপা খাই ললে তাৰ মুখত মাষ্টৰৰ নামটোও ওলায় "কুকুৰৰ পোৱালি বেটাহঁত, আজি বস্ত্ৰ ছাৰ থাকিব লাগিছিল।"

"অই গোলামৰ জাত, ছালা দুনিয়াত মানুহ নাইকিয়া হৈ গ'ল বুজিছেনে নাই? মানুহ—মানুহ। কোনেও কাকো চিনি নাপায়। এটাই মানুহ আছিল, বুজিছনে নাই? এটাই বস্ত্ৰ ছাৰ। ছাৰে চিনি পাইছিল মোক। বিচিত্ৰ কলিতাক। অই মইনা এইফালে

চা, এইফালে। তই মোৰ নিচিনা হ'ব লাগিব। মানুহ চিনি পাব লাগিব। বুজিছনে নাই? ছাৰৰ নিচিনা হব লাগিব, ছাৰৰ নিচিনা।"

আজিকালি বিচিত্ৰ কলিতা ঘৰলৈ প্ৰায় নাযায়েই। তাৰ হেনো বৰচেঙেলী গাঁৱৰ মানুহ সোপাৰ মুখ চাবৰ মন নোযোৱা হৈছে। সেইসোপা মানুহ তাৰ হোটেলত গাহৰি মঙহ বেচা কাৰণে চাহ খাবলৈ নহাত সি ভালহে পাইছিল। পিছে সি ভবা মতে নহ'ল। তাৰ নিজৰ ভাষাত—সেইসোপা মানুহেই সুৰসুৰকৈ নেগুৰ পেলাই এটা এটাকৈ আকৌ তাৰ হোটেলত সোমালহি। সি ভোৰ-ভোৰাই থাকে,—"ছালা যত মানে হাৰামৰ নেগুৰ। বিচিত্ৰ কলিতাৰ গুটিধানৰ প্ৰকাণ্ড ভঁৰাল আছেতো। পকা ঘৰ আছেটো, ছোৱালী অনা নাইতো, সেই কাৰণে ছালা গাহৰি বেচিলেও মই শুদ্ধ হৈ যাম। খাবিটো মোৰ হোটেলত চব খাবি, মুতি দিলেও... । পিছে ভঁৰাল উটি গ'লে, পকা ঘৰ ভাঙি দিবি, মুধচ ফুটাই দিবি। ছালা আজি ৰত্নছাৰ থাকিব লাগিছিল।"

কাৰণ আছে, কথাই কথাই বিচিত্ৰই ৰত্নছাৰৰ নাম লৈ থকাৰ কাৰণ আছে। সেই সিদিনা সি অকল বৰচেঙেলীৰে কিয়, গোটেই অঞ্চলটোৰে জাকত জিলিকা ল'ৰা ধ্ৰুবজিতক তাৰ হোটেলত সোমোৱা কাৰণে নেগেৰা পিটা দিছে। সি অৱশ্যে পানী এটোপা ধৰি আছিল; কিন্তু সেই বুলিয়েই তাৰ হোটেললৈ গ্ৰাহক হিচাপে অহা একজন সি এনেকৈ পিটিব লাগেনে? কাৰণ আছে, ইয়াৰো কাৰণ আছে। সেইদিনা ধ্ৰুবজিতক মাৰোঁতে বিচিত্ৰই মুখেৰেও তাৰ চৈধ্যপুৰুষ উজাৰিছিল,—"অই শিয়ালৰ পোৱালি, ভাল মানুহৰ সঁচ! শেষ কৰি দিলি তই, চব শেষ কৰি দিলি। নতুন যুগৰ ফিৰিঙতি আমি ছালা বাপেৰৰ পোৱালি মিটিঙত ভাষণ দিব পাৰ? লোকৰ গাত ফাৰিংটো পৰাদি পৰিবলিগৈ। মৰ কামোৰ মাৰি গুচি আহিলি। শেষ কৰি দিলি তই। চব শেষ

কৰি দিলি।···হাঃ হাঃ হাঃ বিপ্লৱ আনিব ইহঁতে। কুকুৰ মাইকত চিঞৰি ফুৰ নহয়। কৈ দিবি—বিচিত্ৰ কলিতাই বিপ্লৱ আনিব পাৰিব। আৰু কোনেও নোৱাৰে। পণ্ডাছটা বিচিত্ৰ কলিতা গোটা খাব লাগিব। চাই লবি তেতিয়া কি কৰো। এটা গোটাইছো বুজিছনে নাই? এটা, এটা গোটাইছো। অই মইনা, এইফালে চা, তাৰ চকুলৈ চা, মূৰ তুলি চাবি অদয়। এই কুকুৰ, পাৰিবি তাৰ চকুলৈ চাই কথা ক'ব? পাৰিবি মোৰ চকুলৈ চাই কথা ক'ব? নোৱাৰ তই। হাঃ হাঃ হাঃ। অ'ই মইনা নোৱাৰে। সোটো ডাঙৰ বিপ্লৱীয়ে আমাৰ চকুলৈ চাই কথা ক'ব নোৱাৰে। ই হিঃ হিঃ হিঃ · হিঃ হিঃ আঃ হাঃ হাঃ হাঃ··· ।

এইবোৰৰ, এই গোটেইবোৰৰে এটা কাৰণ আছে। বস্ত্ৰ মাষ্টৰৰ আপোন বুলিবলৈ তেনেকৈ নাছিলেই। থকা কেইঘৰৰ লগতো মানুহটোৰ বৰ ভাল সম্পৰ্ক নাছিল। মানুহটো মৰি গ'লত সকাম-নিকামলৈকে সেইকেইদিন কেনেকৈ পাৰ হ'ল মাষ্টৰৰ পৰিবাৰ অৰুন্তি বৰা আৰু জীয়েক তৰালিয়ে গমেই নাপালে। ল'ৰাটোতো বুজাই হোৱা নাছিল। পিছে গোটেই শেষ হ'লত ঘৰখনেই মৰিশালি যেন হ'ল। বিচিত্ৰ আহি গৈ আছিল, পিছে সিও নিজৰ কামত আহৰি নোপোৱা হ'ল। দেউতাকে হওঁতে পুৰা-গধূলি এপাক মাৰে, পিছে হঠাতে তৰালিৰ কোনোবা ফালৰ মোমায়েক এটা ওলালহি। তৰালিয়ে তাক কাহানিও দেখাই নাই। মাকেহে বহুত লেটিয়াই আনি বুজালে তাইক। সেইটো মোমায়েকেই এতিয়া "মই থাকোঁতে তহঁতৰ কোনো চিন্তাই নাই" বুলি নোযোৱাই হ'ল। গোজেই গজালি হ'ল।

সৰুৰে পৰা পঢ়া-শুনাত ভাল ধ্ৰুবজিতক বস্ত্ৰ মাষ্টৰে ভাল পাইছিল। সেইটো ধ্ৰুবজিতেই ইউনিয়ন কৰাৰ আগৰে পৰাই মাজে-মাজে তৰালিৰ পঢ়া-শুনা চাই দিছিলহি। সি নিজেও মাষ্টৰৰপৰা দুই-এটা কথা শিকি লৈছিল। পিছে মাষ্টৰ ঢুকুৱাৰ

পাছৰ পৰা দিন ৰাতিৰ লেখ নাইকিয়া ধ্ৰুবজিতেও যেনে-তেনে সময় অকণ উলিয়াই তৰালিহঁতৰ ঘৰত ভুমুকি এটা মাৰিহিয়েই।

ইয়াৰ বাহিৰে গাঁৱৰ মানুহে দেখোন পাহৰিলেই। মাষ্টৰ থাকোঁতে মানুহবোৰে টানে-আপদে বুদ্ধি-পৰামৰ্শ লবলৈকে আহিছিল, এতিয়া সেই অনাও ডেলে। আজিকালি কাৰো লোকৰ খবৰ লোৱাৰ সময় নাই।

চৰকাৰৰ ঘৰৰ পৰা মাষ্টৰৰ নামত এদিন টকা বাৰ হাজাৰমান আহিল। বিচিত্ৰয়েই নগৰতে থাকে কাৰণে ইফাল-সিফাল কৰি কামটো কৰি দিলে। অৱশ্যে তৰালি মাকক লৈ তিনিদিন আহিব লগা হ'ল। চৰকাৰী অফিছৰ মেৰপাক, বহুত লেঠা!

দিন বেয়া পৰিলে গোহালিৰ গৰুলৈকে উচন হয়। দুফালৰ পৰা অহা দুটা গোনা ম'হে একেখন হালতে জুতি লৈ তৰালি-হঁতৰ ঘৰৰ ভেটিটোতহে যেন হাল ববলৈ ধৰিলে। সিহঁতৰ সেই চপনীয়া মোমায়েকটোৱে টিং কেই বাণ্ডোলমানকে আনি লগা-ওঁহি বুলি টকা আঠ হাজাৰ লৈ বজাৰলৈ গ'ল যি গ'লেই। সেই সোমে-সোমে এসপ্তাহ পাৰ হৈ গ'ল সি বজাৰৰ পৰা নাপালেহি।

তাৰ পাছত এদিন দেখা গ'ল—তৰালিয়ে তিনিমাহ গা ধোৱা নাই। মাকে গম ললত তাই ধ্ৰুবজিত দাদা বুলি কান্দিবলৈ ধৰিলে।

সেয়াই আৰম্ভ। ক'তনো এইবোৰ কথা লুকাই থাকে? গোটেইখনে বু-বু-বা-বা লগালে। ধ্ৰুবজিতে বোলে—"মই তেনে ল'ৰা নহওঁ, ছাৰক মই শ্ৰদ্ধা কৰোঁ। মোকো ভাল পায়, সেয়েহে যাওঁ! ছাৰ মৰি গ'ল, দায়িত্বৰ খাতিৰতহে মই মাজে-মাজে খবৰ কৰোঁ! সেই বুলিয়েই ইমান ডাঙৰ বদনাম! দৰকাৰ হ'লে মই ৰাইজৰ ওচৰত শপত খাম। বৰনামঘৰত শপত খাম, তায়ো খাব। সকলোৱে হয়ভৰ দিলে—তেন্তে সেইভাগেই হওঁক।

ঘূৰি সপ্তাহ নাপালেগৈ। তৰালিয়ে দেউতাকৰ বিছনাখনৰ ওপৰৰ চতিটোতে ওলমি দিলে। খবৰটো বস্তু মাষ্টৰ মৰাৰ দৰেই ৰজনজনাই গৈছিল; পিছে মানুহবোৰহে অহা নাছিল, শ্মশানলৈ নিবলৈ কান্ধত লবলৈও মানুহ চাৰিটা নোলোৱা হ'ল। আত্মঘাতী হোৱা শ,—কান্ধত লব নাপায় বোলে।

খবৰ পায়েই বিচিত্ৰ দৌৰি আহিছিল। গাঁৱৰ মানুহকেইটাই শটো আগতলৈ গুণাগথা কৰি আছিল,—বোলে কোনোবা এটা পঠাই দিয়া ঘাটৰ ওচৰৰ পৰা বঙালী চাৰিটাকে ধৰি আনক। নহ'লে এতিয়া এইখন আগতলৈ বাহি থাকিবানে? বিচিত্ৰই আৰু ৰব নোৱাৰিলে; তাৰ মুখ খুলি গ'ল—

"অ'ই—অ'ই নুচুবি। চুলে চুৱাহৈ যাবি তহঁতি। হেৰ' এইজনীৰ বাপেকটোৰ কাৰণে গাঁওখনত ঘৰেপতি তেওঁ চাকৰি এটাকে হ'ল। এতিয়া এইয়া ধাৰ শুজিছ তহঁতে? নুচুবি। চুৱা হৈ যাবি। সি কুকুৰৰ বেটা এতিয়া কলৈ গ'ল? ছালা তাক ধৰি আনিব পৰা নাই তহঁতে? ছালা চুৱাখোৱাই নেতাগিৰি চুটায়!"

"হেৰ' তই সেই নিৰ্দোষী ল'ৰাটোক লেটিয়াইছ কেলেই? হেৰ' সেইটো ল'ৰাৰ কথা কোনে নাজানে? নাপায়, হেৰৌ নাপায়।"

"তই বৰাপিতাই মোৰ কান্ধত হোলোঙামাৰি ভৰাব নালাগে, মই গাঁৱত নাথাকিলেও এইবোৰ খবৰ পাইছোঁ। হেৰ সি যদি নহয়, হয় কোন? কৈ দে, মোমায়েকটো বুলি কৈ দে! আৰু তহঁতি যদি জানই কোন ধৰি আন তাক। আগতে নধৰিলি কেলেই? তহঁতৰ ল'ৰা লুৰিয়ে পঢ়া মেজত নবহিলেও বস্তু ছাৰে তহঁতক গালি পাৰিছিল, আৰু ছাৰৰ ঘৰ উচন হৈ গ'ল, তহঁতে খবৰ এটা নললি? থুই! অই খবৰদাৰ কোনেও বঙালী আনিবলৈ এখোজো নিহিলিবি। কান্ধত লব লাগিব। চৰেই লব লাগিব। নহ'লে ইয়াতে শুৱাই দিম মই, শুৱাই দিম।...

মাক অৱন্তীৰ আজিকালি মগজুৰ ঠিক নাইকিয়া হ'ল। খবৰ-খাতি দিয়াত যেনিবা পুলিছে তেওঁক জেললৈ লৈ গ'ল। এতিয়া বোলে তেজপুৰত আছে। অলপ ভালো হৈছে বোলে। পিছে এইবোৰ খবৰ, খবৰ কাগজত নাই ওলোৱা আৰু নোলায়ো।

সেইটো ধ্ৰুৱজিতকে সিদিনা হোটেলত সোমোৱা কাৰণে বিচিত্ৰই নেগেৰা পিটা দিলে তাক মইনাৰ চকুৱে-চকুৱে চাবলৈ ক'লে। সেইটো মইনা—ৰত্ন ছাৰৰ একমাত্ৰ ল'ৰাটো। সিদিনা গাঁওবুঢ়া দাইটি বহিছিলহি হোটেলত চাহ অকণমান খাবলৈ। তেওঁ মইনাক দেখি বোলে—"হেৰ' মইনা, তইনো কেলে লোকৰ চুৱা কাঁহি-বাটি ধুই মৰিব লাগিছে! গাঁৱলৈকে ব'ল, ইমানবোৰ মানুহৰ খোৱাৰ যোগাৰ হৈছে তোলৈও হ'ব।"

মইনাই থৰ হৈ চাই ৰ'ল গাঁওবুঢ়ালৈ। এটা বোবা শিশুৰে ঘোপাকৈ চোৱাৰ নিচিনাকৈ। অভিজ্ঞ গাঁওবুঢ়াই সেই দুটা চকুলৈ বেছিপৰ চাব নোৱাৰিলে। তেওঁ অনুভৱ কৰিলে যেন এই দুটা চকুৰ গভ'ত একুৰা জুই উমি-উমি জ্বলিব লাগিছে।

বিচিত্ৰই তাৰ বহাজেগাৰ পৰাই চিঞৰিলে—"চাব্বাচ বেটা—চাব্বাচ। ঠিক তেনেকৈ চাবি। চবকে তেনেকৈ চাবি, ৰজাৰ নিচিনাকৈ চাবি। সোধচোন তই, সোধ, তোক গাঁৱলৈ গোলাম কৰিবলৈ নিয়ে নে মাষ্টৰ কৰিবলৈ নিয়ে সোধ।"

গাঁওবুঢ়াই জিকজিকাই উঠিল,—"হেৰৌ বৰ বাঢ়িছ। নিজে উচন হবি! হেৰৌ মই তোৰ বাপেৰৰ লগৰ বাপেৰ, জাননে?"

"হাঃ হাঃ হাঃ···হাঃ। বুজিছ গাঁওবুঢ়া বৰপিতাই তিতা-কেৰেলা খাব জানিব লাগে, মানুহক চাব জানিব লাগে। মোৰ কথাবোৰ তিতা, পিছে খাব জানিলে মিঠা। এই বিচিত্ৰ কলিতাৰ কথা কেৱল ৰত্ন ছাৰেহে খাব জানিছিল। এইটো মানুহৰে ল'ৰা। সেয়ে সিও মোৰ কথাত মিঠা পায়। মই তাক লগতে ৰাখিম মোতকৈও দুৰ্দান্ত কৰিম। ৰত্ন ছাৰতকৈও ডাঙৰ কৰিম। মানুহ কৰিম তাক। আচল মানুহ কৰিম। চাই থাকিবি তই। তোক কৈ থলো। আচল মানুহ চিনি পোৱা হৈছ নহয়?"

# তেওঁ

নিষিদ্ধ এলেকাত প্ৰবেশ কৰাতো এক আনন্দ আছে। বিভীষিকাৰে ভৰা যুদ্ধক্ষেত্ৰলৈ যাবলৈ পোৱাটোতো সৈনিকৰ এক আনন্দ আছে।

ঠিক এনেধৰণৰ চিন্তা এটাৰেই মই সিদ্ধান্তটো লৈ পেলালোঁ। যাম। সেইটো ঘৰতে থাকিম। পাছত যি হয় দেখা যাব। মোক মোৰ বন্ধুজনে আকৌ এবাৰ বুজনি দিছিল—আৰু দুদিন বাট চোৱা। বেলেগ ঘৰ কিজানি পাই যোৱা।"

তেওঁ মোৰ সহকৰ্মীও। যোৱা দহ দিন মই তেওঁৰ ঘৰতে আছোঁ। মই এই প্ৰথম চাকৰিত সোমাইছোঁ মাত্ৰ। তেওঁ মোৰ বাবে বহুত কৰিছে। তেওঁক আৰু দিগদাৰি কৰিব নোৱাৰি। আৰু এতিয়াতো মই কিছুমান সিদ্ধান্ত নিজাকৈয়ে গ্ৰহণ কৰা উচিত। মইতো এতিয়া এই সৰু চহৰখনৰ পৰা এশ সত্তৰ কিল'মিটাৰ দূৰৰ মোৰ দেউতাক সুধি সিদ্ধান্ত লব নোৱাৰোঁ।

সেয়ে ঠিক কৰি পেলালোঁ সেইটো ঘৰলৈকে যাম। ঘৰটোতো ভালেই। সকলো সুবিধাও আছে। ঘৰৰ মালিক বেলেগ ঘৰতহে থাকিব। মোৰ বিছনাততো শুবলৈ নাহে।

বন্ধুৱে আৰু আপত্তি নকৰিলে,—"যোৱা। বাৰু, খালী লগে লগে বেলেগ ঘৰ চাই থাকা। ময়ো চাম। সেইটো ঘৰত কিমান দিন থাকিবলৈ পোৱা একো ঠিক নাই। আৰু এটা কথা, তুমি ঘৰৰ মালিকৰ যিকোনো কথাৰ উত্তৰ সাৱধানে দিবা। কেনেকৈ ক'লে তেওঁ ভাল পাব এবাৰ ভাবি ল'বা।"

এনেকৈয়ে বন্ধুৰ বুজনি শিৰত লৈ বেছ ভয়ে ভয়ে মই এই নতুন

ভাৰা ঘৰটোত সোমালোঁহি। ভাৰা মাহেকত পাঁচশ সত্তৰ টকা। বিদ্যুতৰ বাবে বেলেগে দিব লাগিব।

ঘৰটোত সোমাই বস্তুবোৰ ছিজিল কৰোঁতেই আবেলি হ'ল। গাটো ধুই চাহ একাপ ৰান্ধিলো। মোৰ নতুন ঘৰৰ প্ৰথম চাহ। চকী এখনত আৰামকৈ বহি ললো। আজি আৰু ৰাতি ভাত ৰন্ধাও নাই। বাহিৰতে খাই আহিব লাগিব। এনেতে হুৰমুৰকৈ ঘৰৰ মালিক সোমাই আহিল,—"হেৰা, কি কৰিছা?"

মোৰ খকৰ মকৰ লাগি গ'ল। মই লগে লগে থিয় হ'লো আৰু বৰ সম্ভ্ৰমেৰে ক'লো, "আহোঁ দাদা, আহক।"

"নাই, সেইবোৰ দাদা ভাইটি মোৰ লগত নচলিব। মোক তুমি তামাকে মাতিব লাগিব। বন্ধুৰ দৰে। বুজিলা নহয়?'

কথাকেইটা কৈয়েই তেওঁ ভিতৰলৈ সোমাই গ'ল। মোৰ অনুমতি লোৱাৰ কোনো প্ৰশ্নই নাই। গোটেইবোৰ চাই আহি তেওঁ মোৰ ওচৰতে বহিলহি।

"তুমি হ'বলা চাহ খাইছা। একাপ মোলৈও আনাগৈ যোৱা। নতুনকৈ ঘৰ ল'লে আলহী এজন গোটাব লাগে বুজিছা? তোমাৰ হ'বলা কোনো নাই?"

মই তেওঁক বহিবলৈ কৈ ভিতৰলৈ সোমাই গ'লোঁ। তুমি সম্বোধন ধৰিলোঁ যদিও মোৰ বৰ কিবাকিবি লাগিল। তেওঁ কিজানি মোতকৈ সাত-আঠ বছৰৰে ডাঙৰ হ'ব। বেছিও হ'ব পাৰে। দেখাত অৱশ্যে তেওঁ বিশেষ একো ভয় লগা নহয়। চাপৰ,—বেছ শতক-আৱত, মুখখন গোল,—চুলি ডাঠ। ওভোতাই আঁচোৰে। চুলি পকা নাই। চকুকেইটা সৰু সৰু, নাকটো বহল দেখিবলৈ বেয়া।

চাহ লৈ বাহিৰ পালোঁহি। উৰা। তেওঁ দেখোন নাই। কেনি গ'ল? ইফালে সিফালে চালোঁ।—নাই। তেওঁ গুচি গ'ল। মোৰ ঘৰটোৰ সম্মুখতে বাটটোৰ সিপাৰে তেওঁৰ ঘৰ।

আগফালখন দেখি থাকি। নাই, মই তেওঁক তাতো নেদেখিলোঁ।

তেনেহলে মোৰ বন্ধুৰ কথাই সঁচা। মই অন্য এটা ঘৰ বিচৰা উচিত হ'ব। কোন সময়ত ইয়াৰ পৰা যাব লাগে একো ঠিক নাই।

পিছে পাছৰ তিনি-চাৰিদিন তেওঁ মোৰ ওচৰলৈ নাহিল। মই হ'লে তেওঁৰ ঘৰৰ ওপৰত নজৰ ৰাখিলোঁ। মোৰ কৌতূহল।

কাৰণ চিনি পোৱাবোৰে তেওঁক অভং, চেৰা পাগল আদি দুই একে বলিয়া বুলিও কয়। মোৰ বন্ধুজনেতো সম্পূৰ্ণ বলিয়া বুলিয়েই ভাবে।

এটা কথা মন কৰিলোঁ। তেওঁ নিজৰ ঘৰত তলা নামাৰে। তেওঁতো অকলশৰে থাকে। মই জনাত তেওঁৰ কোনো নাই। বায়েক এজনী আছে বোলে, বিয়া হ'ল। কেইবাদিনো লক্ষ্য কৰি মই গম পালোঁ, ঘৰটোত আৰু কোনো নাথাকে। ওচৰৰ পাণ-দোকানীজনে ক'লে—তেওঁ বোলে দুৱাৰত তলা নামাৰেই। ৰাতিও জপায়হে থয়।

মাজে মাজে পুৱাবেলা তেওঁৰ ঘৰলৈ ছোৱালী এজনী আহে। দূৰৰ পৰা, শাৰী পিন্ধা এই ছোৱালীজনী বেছ ধুনিয়া যেন লাগে। ওচৰৰ পৰা চোৱাৰ সাহস মোৰ নাই হোৱা। তেওঁ থাকক বা নাথাকক, তাই আহি চিধা ঘৰৰ ভিতৰলৈ সোমাই যায়। কিছু সময়ৰ পাছত ওলাই আহে। পাণৱালা বুঢ়াক এদিন কথাটো থোৰতে সুধিলো। বুঢ়াই এক ধৰণৰ হাঁহি মাৰি থৈ দিলে। হাঁহিটো এনেকৈ মাৰিলে যে তাৰ পাছত আৰু কিবা উত্তৰ দিব লাগিব বুলি বুঢ়াই নাভাবিলেই। ময়ো অলপ লজ্জিত হ'লো। কথাটো নোসোধাহেঁতেনেই ভাল আছিল।

দেওবাৰৰ দিনা ৰাতিপুৱাই তেওঁ আহিল। চোতালৰ পৰাই চিঞৰিলে,—"হে'ৰা ক'ত আছা? দিয়া চাহকাপ দিয়া।"

মোৰ বৰ ভয় ভয় লাগিল। এসপ্তাহৰ আগৰ চাহকাপ লাগে তেওঁক? কথাটো তেনেহ'লে সঁচা।

"বুজিছা, সিদিনা হঠাতে কথা এটা মনত পৰি গুচি গ'লো। দিয়া আজি দিয়া। আৰু এটা কথা। আজি দুপৰীয়া ভাত মোৰ ঘৰত খাবা। নিমন্ত্ৰণ।"

তেওঁ চাহ খাই গুচি গ'ল। মোৰ সকাহ পোৱা যেন লাগিল। নাই ঠিকেই আছে। দায়িত্ববোধ বৰ বেছি কিজানি। তেওঁ মোৰ ঘৰত চাহ খুজি খাইছে আৰু তেওঁৰ ঘৰত মোক ভাত খাবলৈ মাতিছে। মই লাজ পোৱা উচিত।

মই সোনকালে গা ধুলোঁ। সোনকালে যাব লাগিব। তেওঁক অলপ সহায় কৰি দিব লাগিব। তেওঁ অকলে-অকলে ৰান্ধিব আৰু মই খাম? নাই, বৰ দেয়া দেখাব।

দুৱাৰখন জপাই থোৱা আছিল, ঠেলা মাৰি দিলোঁ। কেৰেক্‌কৈ শব্দ এটা হ'ল। লগে-লগে ভিতৰৰ পৰা ছোৱালী এজনী ওলাই আহিল। মই অনুমান কৰি ললো। হয় সেইজনী ছোৱালীয়েই।

"অ' আপুনি আহিল! আহক ভিতৰতে বহিব। মোৰো লগ হ'ব।"

তাই আগে-আগে, মই পিছে-পিছে। তাই মোক চিনি পায়। কেনেকৈ? আৰু তাই ভাত ৰান্ধিছেহি। কি হয় তেওঁৰ?

"এওঁ নাই নেকি?" মই তাইৰ ওচৰতে মুঢ়া এটাত বহিলোঁ। তাই পাচলি কুটি আছিল। কাষতে মুগী' এটা। এতিয়াও কাটিবলৈ বাকী।

"দাদা নাই। কৈ গ'ল আপুনি আহিব। আপোনাৰ চিনাকিও দি গৈছে। মোৰ নাম সুপ্ৰিয়া। সুপ্ৰিয়া দেৱী।"

"নাই মানে কেনি গ'লনো? নাহিব নেকি?"

"আহিব লাগে। নাহিবও পাৰে। মোক একো কৈ নগ'ল।"

আচৰিত কথা। আলহীক নিমন্ত্ৰণ কৰি গৃহস্থ ঘৰত নাই।

ঘৰত থৈ গৈছে অচিনাকি গাভৰু এজনী। মানুহজনৰ উদ্দেশ্য কি?

"ভাত খাবলৈ আৰু কোনোবা আহিব নেকি?"

"নাই নাহে! আপুনি বাৰু চান একাপ খাব নেকি? ভাতলৈ বহুত দেৰী আছে।"

"নাই নালাগে, অলপ আগতে খাইছোঁ। আপোনাক কিবা সহায় কৰোঁ দিয়ক। ন'হলে এতিয়া মই কি কৰিম?"

"মোৰ লগত কথা পাতক। হ'ব?" তাই হাঁহিলে। সুন্দৰ। সুপ্ৰিয়া সঁচাকৈয়ে ধুনীয়া। তাতোকৈ ডাঙৰ কথা,—তাই বৰ সহজ। তাই স্নাতক। হ'লেও মই তুমি বুলিবলৈ ল'লোঁ। মোতকৈ বহুত সৰু। মানুহজনৰ লগত তাইৰ সম্পৰ্কটো কি সুধিবলৈ ভাল নালাগিল। কিন্তু সম্পৰ্কটো জানিবলৈ মই যথেষ্ট উৎসুক হৈ উঠিছিলোঁ। কিন্তু তেনে এটা প্ৰশ্ন বৰ অশোভনীয় হ'ব বুলি ভাবিলোঁ। ইতিমধ্যে মই সুপ্ৰিয়াৰ ঘৰলৈ নিমন্ত্ৰণ পালোঁৱেই। গতিকে প্ৰশ্নটো পিছলৈকে ৰাখি থলোঁ।

এটা নিৰ্দিষ্ট সময়লৈকে বৈ আমি ভাত খাই পেলালোঁ। তেওঁ আৰু নাহিল। আমিও বৰ বিশেষ অনুভৱ নকৰিলোঁ। মই এনেকৈ এজনী গাভৰুৰ লগত এটা ঘৰত অকলশৰে কাহানিও ইমান বেছি সময় কটোৱা নাই। এক ধৰণৰ ৰোমাঞ্চ অনুভৱ কৰিলোঁ।

এটা সময়ত মই যোৱাৰ কথা উলিয়ালোঁ। সুপ্ৰিয়াই ক'লে, "ময়ো যাওঁগৈ। দাদা কেতিয়া আহে একো ঠিক নাই।"

"ঘৰটো? এনেকৈ এৰি গ'লে—?"

"নাই দুৱাৰ জপাই থৈ যাম নহয়। মই প্ৰায়েই তেনেকুৱা কৰোঁ। একো নহয়।"

মই একো নক'লো। কিন্তু মনে মনে ভাবিলোঁ আজিৰ যুগত এনেকৈ ঘৰ এৰি যোৱাটো ইমান সহজনে?

ৰাতি সাতমান বাজিছিল হ'বলা। তেওঁ আহি মোৰ ঘৰ ওলালহি। হাতত মাছ এটা।

"হে'ৰা মই বুজিছা, বজাৰ কৰি আহি ভাবিলোঁ, আজি তোমাক নিজে মাছ ধৰি ভাত খুৱাম। বৰশী ল'লো, আৰু চিধা নদী পালোঁগে। এইটো চোৱা। লোৱা, ইয়াতে ৰান্ধা। মই গাটো ধুই আহোঁগে।"

তেওঁ গুচি গ'ল। মই থৰ হৈ চাই থাকোঁতেই তেওঁ গৈ নিজৰ ঘৰ পালেগৈ। ময়ো মাছটো লৈ পাগঘৰ পালোঁগৈ। উপায় নাই। মই ৰাতিৰ সাজ নাখাওঁ বুলিয়েই ভাবিছিলোঁ।

এই কথাবোৰ মই মোৰ বন্ধুজনক নক'লো। তেওঁ ইতিমধ্যে মোৰ বাবে ঘৰ এটা বিচাৰি উলিয়াইছিল। মই নগ'লোঁ। তেওঁক ক'লো,—"ঠিকেই আছে। মই একো অসুবিধা পোৱা নাই।" তেওঁ আচৰিত হৈ মোলৈ চাইছিল।

মোৰ সঁচাকৈয়ে এই ঘৰটোত থাকি ভাল লাগিছিল। তেওঁৰ কাণ্ড-কাৰখানাবোৰত এক ধৰণৰ ৰস পাইছিলোঁ। মোৰ লগত তেওঁৰ ঘৰুৱা সম্পৰ্ক এটাই গঢ় লৈ উঠিছিল। বিপদ এটাই। তেওঁ যিকোনো সময়ত মোৰ ওচৰলৈ আহে। সময়ৰ একো ঠিক নাই।

সিদিনা ৰাতি তেওঁ এঘাৰ বজাত আহিল। মোৰ টোপনি গৈছিল। উঠি আহি দুৱাৰ খুলি দিলোঁ। তেওঁ পিছে ভিতৰলৈ নাহিল।

"নাই নবহোঁ। মই কথা এটা তোমাক কোৱাই নাই, তুমি প্ৰথম মাহৰ ঘৰ ভাৰা মোক দিব নালাগে। অহা মাহৰ পৰা দিবা।"

কথাকেইটা কৈ তেওঁ গ'লগৈ। মই কিয় বুলি প্ৰশ্ন কৰিব খুজিও ৰৈ গ'লোঁ। কাৰণ মোৰ বন্ধুজনে তেনেকৈ প্ৰশ্ন কৰা কাৰণেই তেওঁক হেনো খেদি দিছিল। মোৰ হাঁহিও উঠিল আনে কিজানি ঘৰ-ভাৰা বিচাৰিও ৰাতি এঘাৰ বজাত নাহে। এওঁ আক নিদিবলৈ ক'বলৈ আহিল।

লাহে লাহে এনেকৈয়ে মই তেওঁৰ ওচৰত সহজ হৈ আহিলে আৰু দুটা-এটা কথা ক'বলৈ, দুটা-এটা উত্তৰ দিবলৈ সাহস কৰিব পৰা হ'লোঁ। মাজে-মাজে তেওঁক জোকাবলৈও লু'লো। বৰ সহজতে গপ লাগে তেওঁৰ। খং উঠে। তেনেকুৱা সময়ত হাতত চাহৰ কাপ-প্লেট থাকিলে তেওঁ ভাঙি পেলায়, ন'হলে পানী খোৱা গিলাছটো,—দলিমাৰি নিদিয়ে,—এক বিশেষ কায়দাত মজিয়াত পেলাই দিয়ে। তাৰ পাছত আধাঘণ্টা তেওঁৰ মাতবোল নাই। শেষত হাঁহি এটা মাৰি সুধিব, "তুমি চাফা কৰিবানে মই কৰিম ?"

তেওঁৰ একো কামো নাই আৰু আজৰিও নাই। কিহ'তনো ইমান ব্যস্ত থাকে তেওঁহে জানে। ভাবা-ঘৰবোৰৰ ভাবাৰেই তেওঁ চলি থাকে। ধনৰ অভাৱ তেওঁৰ নাই যেন লাগে। কেতিয়াবা হেনো মন গ'লে দুটা-এটা ঠিকাৰ কামো কৰে। মই পিছে দেখা নাই। তেওঁৰ যথেষ্ট পঢ়িবলগীয়া কিতাপ পত্ৰও আছে। সেইবোৰ পঢ়েনে নপঢ়ে, পঢ়ে যদি কেতিয়ানো পঢ়ে, মই নাজানোঁ।

বিয়াখনকে পাতি পেলালে মানুহটো কিজানি অলপ ছিজিল লাগিব। সুপ্ৰিয়াৰ লগতে হ'ব চাগৈ। সেইজনী ছোৱালী পোৱাটো তেওঁৰ ভাগ্য বুলিব লাগিব। পিছে সুপ্ৰিয়াই মোক ক'লে,—তাই হেনো তেওঁৰ ওপৰত ছবি আঁকিবলৈ শিকিবলৈ আছে। ই মোৰ কাৰণে একেবাৰে বিশ্বাসৰ বাহিৰৰ কথা। সুপ্ৰিয়াই অৱশ্যে তাই আঁকা দুখনমান ছবি মোক দেখুৱাইছে। মই সেইবোৰ বৰ বিশেষ বুজি নাপালোঁ। এদিন তাই মোৰ ঘৰলৈ কিবা খবৰ এটাৰ বাবে আহিছিল। মই মনতে বোলোঁ আজি দুটামান কথা সুধিম। পিছে তাই মোৰ ঘৰত নৰহিলেই। মই যথাসম্ভব জোৰ কৰিও চালোঁ। নাই, তাই নৰহিল। আচৰিত হ'লো। বিজনী ছোৱালীয়ে এটা ঘৰত মোৰ লগত চাৰি ঘণ্টাৰো ওপৰ সময় অকলশৰে কটালে, সেইজনী ছোৱালী মোৰ ঘৰটোত অকণো নৰহিল কিয় ?

ভাবিলো,—ঠিকেই। দুয়োটা মিলিব। তেওঁ কিন্তু মোক সুপ্রিয়াৰ কথা নকয়। মাক সুপ্ৰভা দেৱীৰ কথাহে কয়। সুপ্ৰভা দেৱীৰ চুলিৰ পৰা ভৰিলৈকে তেওঁ বৰ্ণনা দিয়ে। আনকি বাইদেৱে পৰ্বতৰ দাঁতিত বৈ ভাল পায়নে নদীৰ পাৰত বৈ ভাল পায় তালৈকে তেওঁ ক'ব খোজে। সিমান খবৰ কিজানি সুপ্রিয়াৰ দেউতাকেই নাজানে। মই মনে মনে ভাবোঁ,—"বাপু, মোৰ জনা আছে। মোক আৰু বুৰ্বক বনাবলৈ যত্ন কৰি লাভ নাই।"

ঘৰ ভাৰাটো দিবৰ সময়ত তেওঁ প্ৰায়েই কয় "এ, হ'ব বাৰু। থাককচোন এতিয়া।" লাভৰ মূৰত মই কেইবাদিনো তেওঁৰ ওচৰলৈ যাবলগীয়া হয়। এদিন ক'লো,—"নহয় এতিয়াই লৈ লোৱা। পইচাৰ লগত বন্ধু হেৰায় বুজিছা। তুমি ঘৰ ভাৰাটো সময়মতেই লৈ ল'বা।" তেওঁ মোক সাবটি ধৰিলে আৰু কান্দি পেলালে। থোকাথুকি মাতেৰে ক'লে,—"মই তোমাক ভাল পাওঁ।"

ইয়াৰ কেইদিনমান পাছতে দেখিলোঁ,—ছাগলী এজনী আৰু পোৱালি এটাই তেওঁৰ চোতালত ঘাঁহ খাই আছে। প্ৰথমতে ভাবিছিলোঁ লোকৰ ছাগে। নহয়। তেওঁৰে। কিনি আনিছে। মোক মাতি নি দেখুৱালে, "কিমান ধুনীয়া পোৱালি চোৱা। জন্তুৰ মৰমহে আচল মৰম বুজিছা। আৰু গাখীৰ খোৱা ছাগলীৰ খাবা। মহাত্মা গান্ধীয়ে খাইছিল বুজিছা।" ময়ো তেওঁকে সমৰ্থন কৰি "ছাগলীৰ গোবৰ পালেং পুলিৰ বাবে অতি উৎকৃষ্ট" ধৰণৰ দুআষাৰমান ক'লো। লগতে ক'লো, "এতিয়া পিছে তোমাক ছাগলী প্ৰতিপাল কৰিবলৈ ল'ৰা এটা লাগিব দেখোন।" তেওঁ মোৰ কথাকেইটা বৰ মনোযোগেৰে শুনিলে।

ইয়াৰ পাছত কেইবাদিনো লক্ষ্য কৰিলোঁ—তেওঁ আবেলি আপকালে বাৰান্দাখনত ছাগলী পোৱালিটো কোঁচত লৈ বহি থাকে। মাজুতে এদিন মোক ক'লে,—"আজি বাইদেউক মাতিছোঁ।"

"কেনেকৈ ?"

"কেনেকৈ আৰু ?" ছাগলী চাবলৈ।

অলপতে আহিবই। মই মনে মনে ভাবিলোঁ, বাইদেউ আহিব জানো ? কেনেকৈ আহিব বাৰু পিছে মোক একেবাৰে আচৰিত কৰি সুপ্রভা দেৱী তেওঁৰ ঘৰলৈ আহিল। ছাগলী চালে। পোৱালিটো কোঁচত ললে। মৰম কৰিলে। মই নিজ চকুৰে এই দৃশ্য দূৰৰ পৰা চাই ৰ'লোঁ।

এদিন ক'লো,—"তুমি নহ'লে বিয়াখন পাতি পেলোৱা।"

"কাৰ লগত ?"

মই ক'ব খুজিও ৰৈ গ'লোঁ। কৈ দিম, জানোচা বিপদ হয়। নক'লো। "ছোৱালীৰ কি আকালহে, তুমি মন কৰিলেই হ'ল।"

"বৰ ভয় লাগে হে! মোৰ লগত বাৰু পাৰিবনে ?"

মই ৰৈ গ'লোঁ, তেওঁৰ নিজৰ ওপৰত নিজৰে এনে এটা ধাৰণা আছে বুলি মই ভবা নাছিলোঁ।

তাৰ দুদিন পাছতে হ'বলা। অফিছ ছুটী কৰি মই ঘৰৰ ফালে আহি আছোঁ। তেওঁক মই দেখা নাছিলোঁ। তেওঁ বাইচাইকেলত। তেওঁ মোৰ পিছফালৰ পৰা মাত লগাই গ'ল,—"আহিলা ? আহি থাকা। ছিকন্দৰ বুজিছা।"

মই ৰৈ দিলোঁ। অলপ ৰৈ আকৌ খোজ ল'লো। ওৰে বাটটো ভাবিলোঁ। "ছিকন্দৰ বুজিছা"টো হ'লে নুবুজিলোঁ। শেষত ভাবিলোঁ তেওঁ মোক ছিকন্দৰ বুলি জোকালেই নেকি ? পিছে নহয়। ল'ৰা এটাহে। তেওঁ ছাগলী চাবলৈ ল'ৰা এটা আনিলে। তাৰ নাম ছিকন্দৰ।

ছিকন্দৰ কামে-কাজেও ভাল। সি অহাৰ পাছত তেওঁ ঘৰত নথকাই হ'ল। ৰাতিহে ওলায়হি। ক'ত থাকেগৈ, কি কৰেগৈ তেওঁহে জানে। এদিন ছিকন্দৰে ক'লেহি,—তেওঁ হেনো দুদিন ঘৰলৈ অহা নাই। কেনি গ'ল একো কৈ যোৱা নাই। মই তাক

তই চিন্তা কৰিব নালাগে বুলি পঠাই দিলোঁ। ভাবিলোঁ আহিব। অলপ দূৰলৈহে গৈছে চাগৈ। সুপ্ৰিয়াক কিবা কৈ যাব পাৰে। পিছে নাই। তাইকো কৈ যোৱা নাই। তাই অলপ চিন্তাও কৰিলে। দিনটো নাথাকিলেও ৰাতি হেনো মানুহো অইন ক'তো নাথাকে।

নাই যি নায়েই। চাৰি দিনৰ দিনা চলচলীয়া চকুৰে সুপ্ৰিয়াই ক'লে, "কিবা এটা হৈছে। পুলিচতে খবৰ এটা দিয়ক।" মই ভাবিলোঁ,—নহয়, আৰু দুদিন চোৱা যাওক। পুলিচত খবৰ দিয়াৰ পাছতে যদি তেওঁ ওলায়হি, তেতিয়া মোৰহে বিপদ হ'ব। সুপ্ৰিয়াক ক'লো, "মই গধুলি যাম বাৰু। তুমি যোৱা।"

মই কথাটো মোৰ বন্ধুজনক ক'লো। পৰামৰ্শও বিচাৰিলোঁ। তেওঁও মোক পুলিচত খবৰ দিব নালাগে বুলি ক'লে। লগতে ক'লে,—"তুমি গুচি আহাঁ। অলপতে মোৰ ঘৰৰ ওচৰতে এটা ঘৰ খালী হ'ব। সেই মানুহটোৰ লগত থাকিলে কাহানিবা বিপদত পৰিবা। সেইটোৰ লগত ঘূৰি ফুৰা দেখিলে তোমাকো মানুহে বলিয়া পাতিব।"

সুপ্ৰিয়াহঁতৰ ঘৰতো এইটোৱেই আলোচনা। কেনি যাব পাৰে তেওঁ? বাইদেউক অলপ বেছি চিন্তিত যেন লাগিল। এবাৰ ক'লে—"বৰ অবুজ ল'ৰা। কাৰো একো কথা শুনিব নোখোজে নহয়! ওলাবহি।"

আগ-গুৰি নাই;—কিহৰ সূত্ৰ ধৰি তেওঁ সেইকেইটা শব্দ ক'লে কেনেকৈ কম? ক'লে আৰু। এনেকৈয়ে বহি থাকোঁতে মোৰ যেনিবা লাভ এটা হ'ল। ৰাতিৰ চাউলমুঠিৰ কামটো তাতে সমাধা কৰি আহিলোঁ।

পাছদিনা ৰাতিপুৱা এহাতে চাহকাপ এহাতে বাতৰি কাগজখন লৈ আগফালে বহিলোঁহি! চাহত শোহাটো মাৰোতে এনেয়ে তেওঁৰ ঘৰৰ পিনে চাই দেখোঁ, তেওঁ ছাগলী পোৱালি লৈ বহি আছে।

মই চাহৰ গিলাছ হাতত লৈয়ে সেইখিনি পালোঁগৈ।—"কেতিয়া আহিলা ?"

মোৰ ফালে চাই তেওঁ উভতি ধৰিলে "ক'ৰ পৰা ?"

"অ' আই। অত দিন ঘৰত নাই তুমি।"

"ঘৰত নাই বাবেই যে ক'ৰবালৈ গ'লো কেনেকৈ জানিলা ? ইয়াতে আছো মই।"

"ইয়াতে আছা ?"

"এ ঘৰত থাকি-থাকি আমনি লাগিছিল। ভাবিলো দুদিনমান হোটেলতে থাকোঁগৈ। এই কেইদিন হোটেলত থাকিলোঁ। তোমাৰ ভাল নহয় ?"

মোৰ তেওঁক হিয়া উজাৰি গালি পাৰিবলৈ আৰু গালি পৰা শেষ হ'লেই তেওঁৰ ঘৰৰ পৰা ওলাই আহিবলৈ মন গৈছিল। কিন্তু মই এটাও কৰিব নোৱাৰিলোঁ। তেওঁলৈ এক ধৰণৰ ভয় লাগে মোৰ। মই ঠিক বুজাব নোৱাৰোঁ।

পাছদিনা মই বন্ধুজনক সুধিলোঁ ঘৰটো কেতিয়া খালী হ'ব ? তেওঁ ক'লে,—অহা মাহত যাব কিজানি। মই মনে মনে একপ্ৰকাৰ ঠিক কৰি পেলালোঁ—এইবাৰ গুচি আহিব লাগিব।

সুপ্ৰিয়া তেওঁৰ ঘৰলৈ সদায় আহিবলৈ ল'লে। মই মনে-মনে ভাবোঁ কেনেকুৱা ছবি আঁকিছে বা ? খঙো উঠে। কথাটো সঁচাকৈয়ে বেয়া দেখি। বাইদেউ সুপ্ৰভা দেৱীয়ে বাৰু নাজানে নেকি ?

সিদিনা তেওঁ গধূলিতে আহি ওলালহি। মুখত ৰসাল হাঁহি। লাজ লাজ ভাব। মোৰ ঘৰৰ ভিতৰত ইফাল সিফাল কৰি ফুৰিছে। লক্ষ্যহীন। জুহালৰ পৰা চেচাঁ ছাই এমুঠি লৈ যেনিয়ে তেনিয়ে সিঁচি দিলে। এটা উৎকট অসভ্য হাঁহি।

"কি কৰিছা এইবোৰ ?"

"বিয়া পাতিছোঁ।"

"মোৰ পাগঘৰত ?"

"নহয়হে। সঁচাকৈ পাতিছোঁ। সোঁ বেৰখনৰ ৰংটোত ছাইৰ ৰং কেনে য'ৰহে। ওহোঁ, তুমি নাজানা। হেৰি, বিয়া এই তিনি তাৰিখে। মোব বাইৰ ঘৰৰ পৰা হ'ব। তুমি ছুটী ল'ব নালাগে।"

"ছোৱালী ?"

"ছোৱালী মোৰ মাই চাইছে। মই ছোৱালী দেখা নাই'।'

"হঁা ? তুমি তেনেহ'লে—?"

"কি মই তেনেহ'লে ?"

"নহয়,—তুমি তেনেহ'লে ছোৱালী নোচোৱা ?"

"নাচাওঁ। চাই একো লাভ নাই। তায়ো মোক নাচায়। একেই হে', সকলো ছোৱালী একেই। বগা আৰু ক'লা। কি কোৱা ? এজনী ছোৱালীৰ ধাৰণা যেনেকৈ কৰিবলৈ বিচাৰা, তুমি কৰিব লোৱা। অন্য যি কোনো সহজ কামতকৈ এইটো বেছি সহজ। কি বুজিলা ?"

তেওঁৰ কথাবোৰ বিশ্বাস কৰিবলৈকে টান লাগিল। গোটেইবোৰ খেলিমেলি দেখোন। সুপ্ৰিয়াৰ লগত তেওঁৰ বিয়া নহ'ব। তেনেহ'লে ? তাই তেওঁৰ বিয়া বুলি জানেনে ? বাইদেৱে জানেনে ?

জানে। সকলোৱে জানে। সুপ্ৰিয়াইতো বৰ উৎসাহেৰে ক'লে,—"কৌতিয়াৰে পৰা বিয়াৰ কথা কৈ আছোঁ। কিবা এটা হৈছেগৈ তেওঁ।'

মোৰ পিছে খেলি-মেলিটো নাভাগিল। মই কথাবোৰ মিলাই ল'ব নোৱাৰিলোঁ। বিয়ালৈ হেনো সুপ্ৰিয়াহঁত নাযায়। তেওঁ যাবলে মানা কৰিছে। মই আক' ভাবিছিলোঁ বিয়ালৈ একেলগে যাম। ভাল লাগিব।

নহ'ল। অকলে সাজু হ'লো। তেওঁক কিবা এটা উপহাৰো দিব লাগিব। তেওঁক নহ'লেও অন্ততঃ কইনাক। মনলৈ আৰু

এটা ভাব আহিল।—মই একো নবুজাকৈয়ে এইবোৰ যি হৈছে বাৰু। এতিয়া নতুন ছোৱালীজনী আনি তাইক পগলা নকৰিলেই হয়। তেওঁতো মনব আনন্দ আৰু দুখৰ প্ৰকাশো সুন্দৰকৈ কৰিব নাজানে। অসভ্যব দৰে কিৰিলিয়াই হাঁহে। বৰ জোৰেৰে সাবটি ধৰে। নহ'লে গোৰ মাৰি দিবলৈ বিচাৰে। এনে এজন মানুহে একেবাৰে অচিনাকি ছোৱালী এজনী বিয়া কৰাই আনিব? ভাবিবলৈকে কেনেকুৱা লাগে! তেওঁ বাৰু বিয়াৰ পাছত সলনি হৈ যাব নেকি?

পিছে সলনি হৈ গ'ল মোৰ ধাৰণাবোৰহে। ৰাতি দহ বজাত মোৰ ঘৰত তেওঁ উপস্থিত হ'লহি। "হেৰা ময়ো ভাত খামহে।"

"ভাত খাবা বাৰু; কিন্তু ৰাতিখন আহি ওলালাহি যে? কাইলৈতো তোমাৰ বিয়া।"

"চাওঁ পানী এগিলাছ দিয়া।"

কি বা হ'ল তেওঁৰ? লৰালৰিকৈ পানী আনি দিলোঁ আৰু তেওঁৰ ওচৰতে বহিলোঁ।

"তোমাৰ কিবা বিপদ হৈছে যদি মোক কোৱা।"

"নাই, একো বিপদ হোৱা নাই। বিয়াখন নহ'ব।"

"বিয়াখন নহ'ব? কেলৈ নহ'ব?"

"নাই, মোৰ সময় নাই।"

"সময় নাই? বিয়া পাতিবলৈ তোমাৰ সময় নাই?"

"এঃ মই আগতেই বাইক কৈছোঁ ছোৱালী লৈ কোনোবা মন্দিৰলৈ যাম; সেৱা একটা কৰি অন্তৰ শুদ্ধ কৰিম। মোৰ শুভাকাংক্ষীসকলৰ আশীৰ্বাদ ল'ম, বছ হৈ গ'ল। ৰভা-পৰলা দি, জুই একুৰাৰ আগত এৰাতি বহি থাকিবলৈ মোৰ সময় নাই। ইমান খৰচী কাৰবাৰ কৰিবলৈ মোৰ পইচাও নাই। নুশুনে মোৰ কথা। নহ'ল আৰু।"

কি ক'ম তেওঁক। কিবা কোৱাৰ প্ৰয়োজন আছে জানো? সোনকালে ভাত মুঠি খুৱাই তেওঁক বিদায় দিয়া ভাল।

সুপ্ৰিয়াক যেতিয়া ক'লো, তাই ক'লে "আমি গম পাওঁ নহয়। মই আগতেই ভাবিছিলোঁ তেনেকুৱা কিবা হ'ব পাৰে বুলি।"

"কেলৈ ভাবিছিলা?"

"ক'ব নোৱাৰোঁ; কিন্তু ভাবিছিলোঁ জানে?"

মই তাইৰ মুখলৈ চাই ৰ'লোঁ। তাইক সন্দেহ কৰিলোঁ। এইবোৰৰ গুৰিতে তায়েই কিজানি।

এই ঘটনাটোৰ পাছৰ পৰা মই তেওঁক বৰকৈ লগ নোপোৱা হ'লোঁ। তেৱোঁ মোক বৰকৈ নিবিচাৰে। বৰ বেয়া পোৱা নাই মই। এনেতে এদিন ছিকন্দৰ কান্দি কান্দি ওলালহি। তাক হেনো খেদি দিলে। মই তাক ফুচুলাই মেলি মোৰ ঘৰতে ৰাখি থলোঁ। ভাবিলোঁ তেওঁৰ খং মাৰ গ'লে থৈ আহিমগৈ।

গধূলি ছিকন্দৰক সুধিলো,—"তোৰ চাহাব এইকেইদিন ক'ত লাগি আছে অ'?"

"কিজানি? সুপ্ৰিয়া মেম-চাহেবৰ মাক চিভিলত আছে নহয়। তাতে আছে নেকি?"

"তোক কিয় খেদি দিলে?"

"ছাগলী কেইটা বাৰান্দাত বন্ধা কাৰণে।"

"আগতেনো ক'ত বান্ধ?"

"তাতে বান্ধো।"

বুজিলোঁ, তাক আৰু সুধিবলগীয়া নাই। বাইদেউৰ অসুখ বুলি মই নাজানিছিলোঁ। খবৰ এটা কৰিব লাগিব।

বাইদেউ থকা কোঠাৰ দুৱাৰত টোকৰ মাৰিব খুজিও মই বৈ গ'লোঁ। ভিতৰত যেন কোনোবাই উচুপিছে। দুৱাৰৰ সামান্য ফাকটোৰে বৰ সাৱধানে ভিতৰলৈ চালোঁ। পালেঙৰ বাৰত বাইদেউ আউজি আছে। ওচৰতে চাপৰ কিবা এটাত তেওঁ

ৰহি আছে। লাহে লাহে তেওঁ মুখটো নি বাইদেউৰ কোঁচত থৈছে। উচুপনিটো কাৰ মই ঠিক ধৰিব নোৱাৰিলোঁ। কম পোহৰৰ বাবে তেওঁলোকৰ মুখৰ ভাবভংগীও ধৰিব নোৱাৰিলোঁ। কিন্তু সৰু ল'ৰাক কৰাদি বাইদেৱে তেওঁৰ মূৰত হাত ফুৰাই মৰম কৰা মই ধৰিব পাৰিলোঁ। কথাও পাতিছে। শব্দবোৰ বৰ সৰু আৰু অস্পষ্ট।

দুৱাৰত টোকৰ মৰাৰ ইচ্ছা আৰু নহ'ল। সাহসো নকৰিলোঁ। আচৰিত এক অনুভূতি মোৰ মন আৰু দেহৰ মাজেৰে পাৰ হৈ গ'ল। বৰ ভাগ্যবান সেই পুৰুষ, যি শাহুৱেকৰ পৰা এনে মৰম পাব পাৰে। মই ভুলকৈ ভাবিছোঁ নেকি? তেওঁ জানো এক চলনাময়ী নাৰী হ'ব পাৰে? নাই। কেতিয়াও নোৱাৰে।

পাছদিনা ৰাতিপুৱা মোৰ দুৱাৰত কৰাঘাত। যমদূতৰ দৰে তেওঁ সোমাই আহিল। অকথ্য ভাষাৰে মোক গালি পাৰিবলৈ ধৰিলে। প্ৰসংগ,—মই হেনো ছিকন্দৰক লুকুৱাই থৈছোঁ।

সহ্যৰো এটা সীমা আছে। ময়ো তেওঁক বেয়াকৈ ক'লো। তেওঁ চিঞৰ-বাখৰ কৰি ছিকন্দৰক লৈ মোৰ ঘৰৰ পৰা ওলাই গ'ল। মোক ঘৰ খালী কৰি দিবলৈ ক'লে। লগতে কৈ গ'ল— তেওঁ হেনো মোক চাই ল'ব।

মোৰ দোষ কি মই বুজি নাপালোঁ। সিটো ঘৰ বা খালী হ'লনে নাই। হ'ল যদি ঠিকেই আছে। মোক গোৰ মাৰি গংগাত পেলোৱাৰ দৰেহে হ'ব। নহ'লেও মই বন্ধুজনৰ ঘৰলৈকে গুচি যাম। তাৰ পাছতহে অইন উপায়ৰ কথা ভাবিম। কাইলৈকে খালী কৰি দিম।

অফিছলৈ ওলাই যাওঁতে দেখিলোঁ—ভিক্ষাৰী এটাক তেওঁ ছাগলীজনী আৰু পোৱালিটো দান দিলে। মই তেওঁক নেদেখাৰ ভাও ধৰি গুচি গ'লোঁ। মোৰ মনত পৰিল—অলপ দিনৰ আগতে

তেওঁ ভাৰতবৰ্ষৰ ভিক্ষাৰীবোৰ মাৰি পেলাবলাগে বুলি মোক বুজাইছিল।

সন্ধ্যা উভতি আহোঁতে তেওঁ মোক পদুলিমুৰতে আগচি ধৰিলে আৰু তেওঁৰ ঘৰত চাহ খাবলৈ লগ ধৰিলে। মই নগ'লোঁ। এতিয়া আৰু তেওঁক সহ্য কৰাৰ কোনো যুক্তি নাই।

তেওঁ পিছে নাছোড়বান্দা। অলপ পাছতে তেওঁ মোৰ ঘৰ পালেহি। মোক ক্ষমা খুজিলে। তেওঁৰ ঘৰৰ পৰা মই ওলাই যাব নোৱাৰোঁ বুলি বন্ধুসুলভ 'দম' দিলে। এটা সময়ত ময়ো সিদ্ধান্তটো সলনি কৰিবলৈ বাধ্য হ'লো আৰু দুয়ো একেলগে চাহৰ মেজত বহিলোঁ। তেওঁ প্ৰসংগ সলনি কৰিলে।

"বুজিছা, মদ খালে বোলে মানুহ বলিয়া হয়। প্ৰমাণ চাব লাগে। মই দুবটল বিয়েৰ আনি থৈছোঁ। ব'লা নদীৰ পাৰলৈ যাওঁ। যোৱা-নোযোৱা, খোৱা-নোখোৱা লৈ আধাঘণ্টা আমাৰ তৰ্ক। শেষত সিদ্ধান্ত হ'ল, —আমি যাম। আচলতে মই তৰ্কত হাৰিলোঁ।

আৰু এক নতুন অভিজ্ঞতা। দুহাতে দুবটল বিয়েৰ লৈ নদীৰ পাৰে-পাৰে তেওঁ আগবাঢ়িছে। ঠিক মাতালৰ গতি। হঠাতে ৰৈ গ'ল। ইয়াতে বহোঁ। ভাল লাগিব।"

শব্দকেইটা বহুত দূৰলৈকে যোৱা যেন লাগিল। এতিয়া এই নদীৰ পাৰ নিজান। দিনত নুশুনা প্ৰকৃতিৰ শব্দবোৰ এতিয়া শুনিব পাৰি। নদীৰ পানীত ঢপংকৈ গৰা খহি পৰিছে। মাজে-মাজে অচিন পতংগৰ চিনাকি শব্দ। নদীখনেও এতিয়া এক অচিন গীত গাইছে। বেলিটো আকাশত হেৰাই গ'ল। পোহৰ কিন্তু আছে। পশ্চিম আকাশে নদীৰ গাত হেঙুলীয়া ৰং সানিছে। বতাহে নদীৰ পানীক লিৰিকি-বিদাৰি জোকাই আছে। নদীৰ মিচিক-মাচাক হাঁহি।

তেওঁ বিয়েৰৰ বটল দুটা নদীৰ বুকুলৈ দলিয়াই দিলে

"কি কৰিলা ?"

"নাই, সকলো কথাৰে প্ৰমাণ চাব নাপায়। সকলোৰে উত্তৰ বিচাৰিবও নাপায়।"—একান্ত মনে তেওঁ পানীলৈ চাই ৰ'ল। মই তেওঁৰ একেবাৰে ওচৰ চাপি গ'লোঁ। একোতো ঠিক নাই। মন গ'লে তেওঁ নিজেও পানীলৈ জাঁপ মাৰি চাব পাৰে। কি ঠিক।

"তুমি মোতকৈ বয়সত বহুত সৰু। কিন্তু তোমাক মোৰ বন্ধুৰ দৰে লাগে। মোক তুমি আনতকৈ বেছি বুজি পোৱা। আজি আৰু এটা কথা কওঁ। সাধাৰণ। তথাপি পাতলকৈ নলবা। মই বাইদেউক, মানে সুপ্ৰিয়াৰ মাকক বৰ সন্মান কৰোঁ। কিন্তু তাতকৈ বেছি ভাল পাওঁ। তেওঁৰ ৰূপ-গুণ সকলোৱে মোক আকৰ্ষিত কৰে। কিমান ভাল পাওঁ তোমাক বুজাব নোৱাৰোঁ। কেনেকৈ ভাল পাওঁ, কি ভাল পাওঁ মই নিজে ভালকৈ নাজানোঁ। কিন্তু মোৰ ভাল পোৱাৰ বেছি অংশই এজনী বাইদেউক ভাল পোৱাৰ দৰে নহয়। আৰু জানো, তেৰোঁ বোধ কৰোঁ মোক তেনেকৈয়ে ভাল পায়। কিমান আচৰিত নহয়নে ?"

তেওঁ বৈ গ'ল। মই তেওঁকে চাই আছোঁ। তেওঁ এবাৰ অকণমান মোলৈ চালে, "মানুহৰ প্ৰেম কি আচৰিত নহয়নে ? তেওঁৰ জীয়েকৰ প্ৰতি মই আকৰ্ষিত হ'ব লাগিছিল। অথচ মই অলপো তেনে অনুভৱ নকৰোঁ।"

মই দৃষ্টি ঘূৰাই আনিলোঁ। নিজকে প্ৰশ্ন কৰিলোঁ, মই কিবা বুজি পাইছোঁনে নাই ? তেওঁক সঁচাকৈ বুজিব পাৰিছোঁনে।

"হেৰা, সৌ দূৰলৈ চোৱা। সৌ সিপাৰৰ ফালে। আকাশখন কেনেকৈ নদীৰ পানীত লাগি আছেগৈ দেখিছো ?"

"দেখিছোঁ।"

"মই বহুতদিন এই নদীৰ পাৰৰ পৰা সেই দৃশ্যটো চাইছোঁ।

ভাল লাগে। ডাঙৰ কথা কি জানা? সেইটো সাংঘাতিক মিছা কথা।”

“কোনটো?’

তেওঁ আকৌ মোলৈ চালে। অলপ পাছতে তেওঁ অসভ্যৰ দৰে কিৰিলিয়াই হাঁহিব পাৰে। নাই, তেওঁ চকু ঘূৰাই নিলে। মই বুজি পালোঁ—আজি আৰু তেওঁ তেনে নকৰে, মোক জোৰেৰে সাবটিও নধৰে। তেওঁ যদি আজি মোক গোৰ মাৰি দিলেহেঁতেন, তেতিয়াও মই তেওঁক একো নক’লোহেঁতেন।

# হৰ্ষবৰ্ধনেও বহু কথা ক'ব খোজে

এইবোৰ মানুহেই দেশ শেষ কৰি দিলে। ছালা দেশদ্ৰোহী বদনৰ জাত! অ'ই কি কথা পাতি আছ সেইডালৰ লগতি? বাহিৰলৈ চোঁচোৰাই আন তাক।...লৈ আহ। ছালা হাতে-হাতে প্ৰমাণ। কি চাবলৈ আছে হা?"

সঁচাকৈয়ে চকুৰ-প্ৰচাৰতে কোনোবা কেইটামানে হৰ্ষবৰ্ধনক কাৰ্যালয়ৰ ভিতৰৰ পৰা চোঁচোৰাই আনি পশ্চাছ-ষাঠিটা ডেকাল'ৰাৰ মাজত পেলালেহি। তাৰ পাছত কিছু সময়লৈ এনে লাগিছিল যেন হৰ্ষবৰ্ধন খেল-পথাৰৰ ফুটবলহে। ভাগ্যে কোনে খবৰ দিলে জানো; —পুলিছ আহিল। এচাম ল'ৰাই পুলিছ দেখিয়েই পিনাপিন দিলে। নেতা যেন লগাকেইটা কি কৰোঁ কি নকৰোঁকৈ তাতে ৰ'ল। পুলিছে কি হৈছে কি হৈছে কৰোঁতেই কোনোবা দুটামানে চিঞৰিলে,—"গ্ৰেপ্তাৰ কৰক। গ্ৰেপ্তাৰ কৰক এই মানুহটোক। আমাৰ চকুৰ আগত দুহেজাৰ টকা লৈছে। দেশদ্ৰোহী। দেশদ্ৰোহীৰ জাত এইবোৰ। এইবোৰেই অসমক বেচি দিলে। গ্ৰেপ্তাৰ কৰক... ।"

পুলিছে যেনিবা পৰিবেশ কিছু শান্ত কৰিলে। হৰ্ষবৰ্ধনক গ্ৰেপ্তাৰ কৰা হ'ল। কাৰ্যালয়ৰ বিষয়া-কৰ্মচাৰী সকলো পলাল। কিবা সুধিবলৈও পুলিছে কাকো লগ নাপালে।

পাছদিনা স্থানীয় বাতৰি কাকতত মুখপৃষ্ঠাত ওলোৱা খবৰ এটাৰ সাৰাংশ হ'ল :

জনৈক ছাত্ৰ-সংগঠনৰ তৎপৰতাত আৰক্ষীৰ দ্বাৰা এটা ৰাজ্যিক চৰকাৰৰ কাৰ্যালয়ৰ এজন কৰ্মচাৰী নগদ ধন আত্মসাৎ কৰাৰ

অভিযোগত গ্রেপ্তাৰ। চাকৰিৰ প্ৰাৰ্থী নিৰ্বাচনত বহুত অনিয়ম হোৱাৰ অভিযোগ।

পিছে হৰ্ষবৰ্ধন ওজা পাছদিনাই জামিনত মুকলি হৈ ঘৰ পালেহি। অৱশ্যে তেওঁৰ ওপৰত টকা আত্মসাৎ কৰিবলৈ যত্ন কৰাৰ অভিযোগত ভাৰতীয় দণ্ডবিধি আইন মতে এটা গোচৰ তৰা হ'ল।

সেই তেতিয়াৰ পৰাই কোনোবাই সোধাঁ-নোসোধোঁকৈ যদি সোধে, "এইবোৰ কি শুনিছোহে হৰ্ষ ?

হৰ্ষবৰ্ধনে তেতিয়া বৰ সাধাৰণ সুৰত কৈ থয়,- "এ—এইখন দেশত কিবা আইনকানুন আছে জানো ? কৰিব কোনোবাই, মৰিব কোনোবা। আপুনিয়েই কওকচোন, মোৰ দৰে সাধাৰণ কেৰাণী এটাই ইমান ডাঙৰ অফিছটোত ফাইল ইফাল-সিফাল কৰাৰ বাহিৰে কাৰ কিডাল কৰি দিব পাৰে হয়নে ? ভাগ্যত আছিল, হ'ল আৰু দিয়ক। এনেকৈ ভালহে পাইছোঁ বুজিছে ? আমাৰ কেৰাণী মানুহৰ শান্তিৰে এখন্তেক ৰ'বলৈও সময় নাই। এতিয়া তেওঁ ঘৰতে দুদিনমান···। বাৰু আহোঁচোন দে'-ব'।"

হৰ্ষৰ পৰিবাৰ লোপামুদ্ৰাই কাৰোবাক পালেই প্ৰথমে এই-কেইটা কথা কৈ লয়ঃ "বুজিছে, আমাৰ এখেতক এখেতৰ অফিছাৰেই ফচাই দিলে। চাওকচোন ইমান নিমাখিত মহাজনক এনেকুৱা কৰিব লাগেনে ? আজিকালিৰ ডেকাল'ৰা এনেয়ে বাঘৰ আগতেল খোৱা ; তাতে ( লোপামুদ্ৰাই ফেঁকুৰি উঠে ) ইমানবোৰ ডেকাল'ৰাৰ মাজত গতা মাৰি দিব লাগেনে ? মানুহজন তেনেই···। পাপ লাগিব বুজিছে ; পোক লাগি মৰিব।

লোপামুদ্ৰাই আগতে হৰ্ষৰ আগত কিবা ঘৰুৱা অভিযোগ কৰিলেই হৰ্ষই কয়, "এ হ'ব দিয়াহে! মানুহৰ দিন সদায় একেদৰে নাযায় নহয়।" পিছে এইবাৰ হৰ্ষই এইটো ঘটনা ইমান সহজে এৰি দিব পৰা নাই। কিছু ক্ষোভ, কিছু বেদনা, কিছু

অনুশোচনাৰে জৰ্জৰিত মানুহটো যেন এতিয়া মানসিকভাৱে পংগু হৈ গৈছে।

সিদিনা গধূলি কান্ধত গামোচাখন লৈ পিছফালৰ চোতালত বেতৰ চকী এখনত বহি কিবাকিবিবোৰ ভাবি থাকোঁতে নিজৰ অতীতটোলৈ মনত পৰিল হৰ্ষৰ। কিমান লেলাই-ধেন্দাই মোমায়েকৰ ঘৰত ডাঙৰ হৈছিল তেওঁ। তেওঁৰ জন্মৰ আগতেই হেনো দেউতাক ঢুকাইছিল। হাটৰ পৰা ঘৰলৈ আহোঁতে ক্লোৰ দলঙৰ ওপৰত ৰেলে খুন্দিয়াই মাৰিছিল বোলে। তেওঁৰ পাঁচ বছৰ বয়সত মাক ঢুকাইছিল। তেজ বাতিয়াই মৰিছিল বোলে। সেই তেতিয়াৰ পৰাই মোমায়েকে ডাঙৰ কৰিছে তেওঁক। লেৰেলা সাদৰেৰে। কিমান কষ্টেৰে···! লোকৰ ল'ৰা-ছোৱালী পঢ়ুৱাই তেওঁ নিজৰ পঢ়াৰ খৰচ উলিয়াব লগা হৈছিল। ভালদৰেই স্নাতক হৈছিল তেওঁ কলা বিভাগত। সেইদিনা কেনেকুৱা এক আনন্দ, কেনেকুৱা এক উত্তেজনা অনুভৱ কৰিছিল তেওঁ! সেই মুহূৰ্তটোৰ বৰ্ণনা কৰিব পাৰিবনে বাৰু? আনন্দতে তেওঁৰ চকুৰেদি চকুপানী নিগৰি আহিছিল। তেওঁ যেন এতিয়াও সেই মুহূৰ্তটো অনুভৱ কৰিব পাৰিছে। চকু দুটা চুই চালে তেওঁ।

আকৌ পঢ়াৰ ইচ্ছা আছিল তেওঁৰ; কিন্তু সাহস কৰিব নোৱাৰিলে। দাৰিদ্ৰ্যই তেওঁৰ মানসিক স্থিৰতা লেহুকা কৰি পেলালে। মনত তেওঁ অন্য এক জোকাৰণি অনুভৱ কৰিলে,— চাকৰি লাগে, এটা চাকৰি লাগে, পইচা লাগে,—বহুত পইচা লাগে তেওঁক। ক'ত পাব এটা চাকৰি? পৰ্বতত কাছকণী বিচৰাৰ নিচিনা কথা। সেই তেতিয়াই হয়, ঠিক মনত পৰিছে তেওঁৰ,— কেনেকৈ মোমায়েকে তেওঁক ঠগিছিল— ।

মোমায়েক পশুপতি দৰবধৰাই এল. পি. স্কুলৰ মাষ্টৰী কৰিছিল। জিলা অফিছৰ লগত আহ-যাহ থকা মানুহ, তলা-নলা বুজি পোৱা মানুহ। তেৱেঁই কিমান দিলে হৰ্ষই নাজানে, কিন্তু

কিছু টকা-পইচা দি তেওঁক এই চাকৰিটো দিয়ালে। বিনিময়ত তেওঁ পৈতৃক ৰোৱনী মাটি ডৰা বেচিব লগা হ'ল। মোমায়েকৰ লগত গৈয়ে তেওঁ দলিলত চহী কৰিলে। বহুত দিনৰ পাছত তেওঁ গম পালে—মাটিডৰা মোমায়েকৰে হ'ল।

হৰ্ষবৰ্ধনৰ মুখেদি বেকা হাঁহি এটা বাগৰি গ'ল। এৰা কিমান বছৰ হ'ল বাৰু সেই ঘটনাটো ঘটা? হ'ব কিজানি চৈধ্য-পোন্ধৰ বছৰ। কিমান সলনি হৈ গ'ল তেওঁ এই বছৰ কেইটাত! এটা-এটাকৈ যেন তেওঁৰ সকলো বস্তু জহি-খহি যাবলৈ ধৰিছে। তেওঁ যেন লাহে লাহে নাঙঠ হ'বলৈ ধৰিছে। একোৱেইটো ধৰি ৰাখিব নোৱাৰিলে তেওঁ। তেওঁৰ পৈতৃক সম্পত্তিকণো, আনকি নিজৰ বিবেককো। আক' এতিয়া তেওঁৰ একমাত্ৰ সম্বল এই চাকৰিটোও···! নাই নাই, চাকৰিটো তেওঁ ৰাখিব, যিকোনো বিনিময়ত। এৰা কাইলৈ তেওঁ আকৌ এবাৰ উকীলৰ ওচৰলৈ যাব।

ব্যস্ততাৰ মাজত ভাল-বেয়া বহুত কথা মনলৈ নাহে; কিন্তু যেতিয়া বহুত অলস মুহূৰ্তে একেলগে আহে তেতিয়া যেন বিবেকে কয়,—দিয়া, এতিয়া মোৰ হিচাপ দিয়া। ঠিক এনে কিছুমান মুহূৰ্তই যেন হৰ্ষবৰ্ধনৰ জীৱনলৈ আহিছে। সিদিনা হঠাতে তেওঁৰ মনলৈ এটা প্ৰশ্ন আহিল কিমান মানুহে বাৰু বিবেকক সুধি চলিব পাৰে? তেওঁলোকৰ কাৰ্যালয়ৰ প্ৰায় সকলোৱেই দেখোন দুনীতিত লিপ্ত। সেই সকলোৱেই তেওঁৰ দৰে বিবেক দংশনত নোভোগেনে চাগৈ? কি যে কথাবোৰ মনলৈ আহে তেওঁৰ! সেই ল'ৰাকেইটা, যিকেইটাই তেওঁক চোঁচোৰাই নিছিল সিহঁতৰ জানো একো স্বাৰ্থ নাছিল? আছিল,—নিশ্চয় আছিল।

প্ৰথম-প্ৰথম এদিন বৰবাবুৱে তেওঁৰ জেপত দুশ টকা ভৰাই দিওঁতে কিমান ডাঠ মনেৰে তেওঁ গুলোটাই দিছিল! "নালাগে

এইবোৰ মোক।" আঃ! কি যে এক পুলক অনুভৱ কৰিছিল তেওঁ! হৃদয়ৰ ক'ৰবাত আজিও তেওঁ তাৰ চাপ অনুভৱ কৰে। পাছদিনা বছে তেওঁক মাতি নি কৈছিল—"বহা। দুটামান কথা কওঁ তোমাক। ষ্টুডেণ্ট লাইফছোৱা, আৰু চাকৰি জীৱন একে নহয়। তুমি এতিয়া ছাত্ৰ নোহোৱা। তুমি বুজা উচিত। মই তোমাৰ একো বেয়া চিন্তা নকৰোঁ। তুমি মাউৰা ল'ৰা, এতিয়া ময়ে তোমাৰ···। চোৱা, আজি তুমি বিয়া কৰোৱা নাই। ভাবা ঘৰত আছা। কাইলৈ তুমি বিয়া বাৰু কৰাব লাগিব। মাটি কিনি ঘৰ সজাব লাগিব। পাৰিবা দৰমহাৰ পইচা কেইটাৰে? ভালকৈ থাকিবলৈ-খাবলৈ তোমাৰ মন নাযায়? দুদিনমান দেখিলে বুজি পাবা। দৰমহাৰ পইচাৰে কাৰো নোজোৰে। চিন্তা কৰি চাবা। ময়ো প্ৰথমে ভাবিছিলোঁ এইটো বেয়া কথা। এতিয়াও হয়তো মাজে-মাজে ভাবোঁ—এই ছিষ্টেমটো সলনি হ'ব লাগে। হয়তো বহুতে ভাবে। কিছুমান অফিছত কিছুমান অফিছাৰে পাৰেও। কিন্তু এইবোৰ অফিছত নোৱাৰি বুজিছা। ইয়াত নিজৰ পেট বচাবলৈ হ'লে···। বাদ দিয়া বাৰু। তুমি কথাবোৰ সহজকৈ ল'বা। জটিল কৰি নেপেলাবা। এটা কথা মনত ৰাখিবা—পইচা পইচাই। আজি মোৰ হাতত, কাইলৈ তোমাৰ হাতত, পৰিহিলৈ তাৰ হাতত। নহয় জানো?

"হয় ছাৰ।"

আৰু সেই হয় ছাৰ হৰ্ষবৰ্ধনে আৰু কোনোদিনে নহয় ছাৰ কৰিব নোৱাৰিলে। বৰবাবুৱে পাছত তেওঁক কৈছিল, "নতুনতে সকলোৰে সেইটো হয় বুজিছে ওজা? পিছে ছোৱালী শহৰৰ ঘৰলৈ যোৱা আৰু ছাত্ৰ চাকৰিলৈ অহা একে কথা। পুৰণা বহুত এৰিব লাগে। নতুন কিছুমান ধৰিব লাগে। নহ'লে শহুৰ বুঢ়া,—মানে বছ নাৰাজ হ'লে···।"

হৰ্ষবৰ্ধন ওজাও সলনি হৈ গৈছিল। তেওঁ চাকৰি হেৰুৱাব

নোখোজে। চাকৰিটো বাটত হেৰাই পোৱা বস্তু নহয়। বছৰ তেওঁ প্ৰিয় মানুহ হৈ পৰিল। নিজৰ বাহিৰে হৰ্ষই পৃথিৱীৰ কাৰো কথা ভাবিব নোখোজে। এনেদৰেই লাহে লাহে হৰ্ষবৰ্ধন ওজা এক বিশেষ শ্ৰেণীৰ প্ৰয়োজনীয় মানুহ হৈ পৰিল। 'হয় ছাৰ' 'হব বাৰু' কৰি তেওঁ জীৱনক চিকীচিকিয়া কৰি তুলিলে। মাজে-মাজে তেওঁ মনৰ কোনোবা গহন কোণৰ পৰা অহা এটা জোকাৰণি, এটা আতংকগ্ৰস্ত শিহৰণ অনুভৱ কৰে, কিন্তু থমথমীয়া নোটৰ উমত সেই শিহৰণ স্তব্ধ হৈ যায়।

ক'তা, লোপামুদ্ৰায়োতো আজি দহ বছৰে এবাৰলৈও এইবোৰ নোট নালাগে বুলি কোৱা নাই! সিদিনা যিবিলাক ল'ৰাই তেওঁক চোঁচোৰাই নিছিল, সিহঁতৰ বহুতৰে বাপেকহঁতেও হয়তো · ! এনেকুৱা থমথমীয়া নোটেৰেই দেখোন পুষ্ট সিহঁতৰ সুস্থ শৰীৰ!

সিদিনা ৰাতি কোনোৱাই তেওঁৰ ঘৰৰ বেৰত দেশদ্ৰোহী বুলি দুখন প'ষ্টাৰ আঠাৰে লগাই থৈ গ'ল। তেওঁ পিছে ৰাতিপুৱাই সেইবোৰ গুচালে, পিছে ইতিমধ্যে ঘটনাটো বতাহৰ দৰে বিয়পিলেই। মানুহৰ ভুনভুননিয়ে লোপামুদ্ৰাৰ চাদৰৰ আচল তিয়াই দিলে। ল'ৰাবিলাক তেওঁৰ ঘৰৰ আগেৰে গ'লে, তেওঁৰ ঘৰৰ ফালে মুখ কৰি থুৱাই যায়। ৰাতি পাৰহৈ গ'লে টিঙলৈ লদি দুটামান মাৰি ওভত মাত দুষোৰমান মাতি যায়। টিঙত লদি পৰিলেই লোপা-মুদ্ৰা তেওঁৰ বুকুৰ আৰু ভিতৰলৈ সোমাই যাব খোজে। তেওঁ জোৰেৰে হৰ্ষক সাবটি ধৰে। কেতিয়াবা তেওঁ খুব জোৰে-জোৰে উশাহ লয়; কেতিয়াবা উচুপি-উচুপি হৰ্ষৰ বুকু তিয়াই পেলায়। হৰ্ষৰ তেতিয়া দুখ লাগে, খং উঠে, ভালো লাগে। লোপামুদ্ৰাক বুকুত লৈ পিঠিত হাত ফুৰাই-ফুৰাই তেওঁ নিজকে শান্ত কৰিব খোজে। দুখতো কেতিয়াবা তেওঁ শব্দ কৰি হাঁহে। কিয় তেনেকৈ হাঁহে পাছত তেওঁ নিজেই নুবুজা হৈ যায়।

কেতিয়াবা আকৌ দুটামানে—"ঐ দেশদ্ৰোহী বদনৰ পোৱালি,

পিঠিৰ ঘা শুকালনে?” বুলি টিটকাৰি মাৰি যায়। হৰ্ষবৰ্ধনে বুজি পায় সেইকেইটা কোন। মনে মনে ভাবে,—এই বতাহ আৰু কিমান দিন চলিব? এয়াতো এক উচ্ছৃংখল বতাহ।

কি যে এক কুক্ষণত সিদিনা ল'ৰাগাল আহিছিল! তেওঁ এফো তৰ্ক'বই নোৱাৰিলে। আচলতে বেয়া দিন আহিলে এনেকৈয়ে আহে। ক'বলৈ গ'লে তেওঁলোকৰ কাৰ্যালয়ত চাকৰি ওলাইছিল বাৰটা, বছে তেওঁক ৰে'ট ঠিক কৰি দিলে ছহাজাৰকৈ। কমিটিত বোলে জিলা অধীক্ষককে ধৰি মুঠ সাতজন আছে। ছয়কৈ নহ'লে নোপোচাবগৈ। তেওঁতো কাম প্ৰায় শেষেই কৰিছিল। আনকি প্ৰশ্নকাকতো যাক য'ত যেনেকৈ দিব লাগে দিয়া হৈ গৈছিল। মাত্ৰ সেই টকা দুহাজাৰহে বাকী আছিল। আৰু সেই দুহাজাৰেই কাল হ'ল। কি যে ওভতগোৰে নচা এটাক সাঙুৰি ল'বলৈ পালে তেওঁ! কলিগবিলাকৰ ভাষাত তেওঁৰ হেনো চাকৰি জীৱনৰে এইটো প্ৰথম ভুল। ইমানবোৰ কৰিও কেইটা টকানো পালেহেঁতেন তেওঁ? বাৰটা চাকৰিৰ মুঠ বাসত্তৰ হাজাৰৰ খুব বেছি দুহাজাৰ পালেহেঁতেন। তাতে তেওঁৰ অ'ত দুৰ্গতি! ছালা খাব কোনোবাই, মৰিব কোনোবা। কমিটিত থকা সেই ভব্যগব্য সাতজন দেশপ্ৰেমিকৰ ছাঁটোও গচকিব নোৱাৰিলে কোনেও। উৰহৰ খং জাৰ ভগা ঢাৰিত! এতিয়া ল'ৰাসোপাৰ আগত মুখ মেলিলেও বিপদ, অফিছত মুখমেলিলেও বিপদ। মাজত নিবোকা চামোন হৈ মৰ হৰ্ষবৰ্ধন!

হৰ্ষবৰ্ধন যদিও সাতঘাটৰ পানীখোৱা কেৰাণীৰ ফুটলৈ উঠিল, তথাপি মানুহটো কেতিয়াবা একধৰণৰ হৈ থাকে। তেওঁৰ অলপ মেজাজী গুণ এটাও আছে। চুটিচাপৰ, ক'লা, গাঠলু, চেহেৰাৰ মানুহটো, চুলিবোৰ ওভোতাকৈ আঁচোৰা। অৱশ্যে আগফালে এফাল গৈছেগৈ। প্ৰিয় ৰং বোধকৰোঁ বগা। প্ৰায়ে টেৰিকটৰ বগা কামিজ পিন্ধে। মেজাজী মনেৰে তেওঁ কেইবাবাৰো লোপামুদ্ৰাক

কৈছে,—"হেৰা, ছালা যি হ'ব হ'ব ; গোটেইখন তোলপাৰ লগাই দিওঁ। নালাগে চাকৰি-বাকৰি মোক।"

লোপামুদ্ৰাই বুজনি দিয়ে, খং কৰে ;—"নালাগে, নালাগে সেইবোৰ কৰিব। সেইবোৰ বৰ মানুহৰ নোম এডালো নলৰে। আপোনাৰহে চাকৰিটো যাবগৈ।'

নোৱাৰে তেওঁ। এনেও তেওঁ নোৱাৰে। কাৰণ পেটৰ কথা আছে। চাৰিটা প্ৰাণীৰ পেটৰ কথা আছে। প্ৰথমে পেট, পাছতহে ইজ্জত। সহিব লাগিব তেওঁ। আৰু সহিব লাগিব হয়তো। কাৰণ তেওঁৰ এতিয়া জাত কেৰাণী,—কেৰাণীৰ জাত তেওঁ।

লোপামুদ্ৰাই কৈছিল, "ব'লা নহ'লে, দুদিনমানৰ কাৰণে আমাৰ ঘৰৰ পৰাই আহোঁগৈ। বহুত দিন যোৱাও নাই।"

পৰামৰ্শটো বেয়া নাছিল। অন্ততঃ এই ল'ৰামখাৰ উৎপাতৰ পৰা বাচি থাকিব পৰা হ'ব। কিন্তু ভবা কথা নহয় সিদ্ধি। পাছ-দিনাই শাহুৰ-শাহু দুয়ো ওলালহি। মাক-জীয়েকে সাবটা-সাবটি কৰি এখন্তেক কান্দিলেও। শহুৰেক পুৰণা অভিজ্ঞ মানুহ। হৰ্ষক উকীল, পুলিছ এইবোৰৰ লগত কিবা বুজাপৰালৈ আহিলনে নাই সুধিলে। হৰ্ষই চুটি চুটি উত্তৰ দি গ'ল ; লগতে জনালে যে গোচৰ অহা বুধবাৰলৈ আদালতত উঠিব।

উকীলৰ মতেতো একো দিগদাৰি হ'ব নালাগে। কে'ছ তেওঁৰ অনুকূলেই আহিব লাগে। অফিচৰ পৰা বছেও এবাৰ টেলি-ফোনেৰে কাৰোবাক কৈ দিছে। পুলিছতো তেওঁৰ হাত আছে ; চলি যাব। এই ল'ৰাসোপাইহে কি কৰে এতিয়া! নাই কি তলা-নলা পাব সিহঁতে।

শহুৰেকে সান্ত্বনা দিলে তেওঁক, "তুমি মন-চন বেয়া কৰি নাথাকিবা। ঘৰখনৰ মূল মানুহটোৱে এনেকুৱাখন কৰিলে বাকীবোৰৰো মন বহি যায় নহয়! চাকৰি জীৱনত দুই-তিনিবাৰ

যদি এনেকুৱা ঘটনা নঘটেই তেন্তে সেইটো কিহৰ চাকৰিহে? তোমাৰ যেনিবা সময়টো অলপ বেয়া হ'ল। মোৰ চাকৰি জীৱনত বুজিছা... ।"

ওচৰ-চুবুৰীয়া আজিকালি হৰ্ষবৰ্ধন ঘৰলৈ নাহে। কেনেবাকৈ নোৱৰাত পৰি আহিবলগীয়া হ'লেও বেলি দুবাৰ পাছত আহে। সেইঘৰ মানুহৰ লগত সনাপিটিকা কৰা দেখিলে কিজানি ল'ৰাবোৰে তেওঁলোকৰ ঘৰত পোষ্টাৰ মাৰে! মানুহৰ এইবোৰ চৰিত্ৰ হৰ্ষবৰ্ধনে গোটেই জীৱন দেখিছে। একো নুবুজাৰ ভাও ধৰি তেওঁ সকলো বুজি গৈছে। এইবোৰ মানুহৰ সকলোৰে পতি-গোত্ৰও তেওঁৰ জনা আছে। লোপামুদ্ৰাইহে আৰ নামত ধৰি তাৰ নামত ধৰি এষাৰ-এষাৰ তেওঁৰ কাণত পেলাই থাকে। মাইকীমানুহ নহয়, নোৱাৰে ৰ'ব।

সোমবাৰে ৰাতিপুৱাই লোপামুদ্ৰা শিৱথানলৈ গ'ল, ঘূৰি আহোঁতে এষাৰ মানেই বাজিল। হৰ্ষলৈ নিৰ্মালি আগবঢ়াই দিওঁতে তেওঁৰ হাঁহি উঠি গ'ল। তেওঁৰ এনে লাগিল যেন এই নিৰ্মালিয়ে তেওঁক আশীৰ্বাদ দিব—"হে অধম তুমি আৰু অধম হোৱা।" কাৰণ কে'ছত জিকিলে তেওঁ আকৌ চাকৰিলৈ যাব লাগিব আৰু সেই একেবোৰ কামকে কৰিব লাগিব। হয়তো আৰু বেছিকৈ। লোপামুদ্ৰাই টিকিচি-বিকিচি উঠে, "পায়নে? পায়নে? ইমানেই আটিছেগৈ। এতিয়া আকৌ ইমান ভাৱিস্তৰে দিয়া নিৰ্মালিকণৰ লগত এইবোৰ কিহৰ উভণ্ডালি বাৰু? নাপায় দেই নাপায়। সহ্য নকৰে দেই; কৈ থ'লো অ'!"

বুধবাৰে হৰ্ষবৰ্ধন নিৰ্দিষ্ট সময়ৰ বহুত আগতেই আদালতলৈ যাবলৈ ওলাল। লোপামুদ্ৰাই মানুহটো ওলাই যাওঁতে ক'লে, "জিকে যদি ভাল বৌ-মাছ এচকল লৈ আহিব। মাহঁতো আছে। আৰু বিয়েই নহওক লাগিলে আপুনি সোনকালে আহিব।"

হৰ্ষই হ'ব হ'ব বুলি ওলাই গ'ল। মনত তেওঁৰ এক ধৰণৰ

ভয়, কিবা এক আশংকা, এক অস্বাভাৱিক উত্তেজনা অনুভৱ কৰিলে। তেওঁ যেন মেট্ৰিক পৰীক্ষা দিবলৈহে ঘৰৰ পৰা ওলাই আহিছে।

কাছাৰীঘৰত উকীলে তেওঁক আকৌ এবাৰ অভয় দিলে। দুই-এটা দৰকাৰী দিহা-পৰামৰ্শও দিলে। হৰ্ষই উকীলৰ হাতত আৰু তিনিশ টকা গুজি দিলে। উকীলে মুখেৰে নালাগে-নালাগে বুলি ক'লে। হৰ্ষই পুলিছকো এবাৰ লগ কৰি কথা দুটামান সোঁৱৰাই দিলে। হিচাপ-নিকাচ আগেয়ে হৈয়েই আছিল যদিও তেওঁ চুবচুৰিয়াকৈ কিবা এটা কৰি আহিল।

নিৰ্দিষ্ট সময়তকৈ বহুত বেলিকৈ গোচৰ আৰম্ভ হ'ল। নিৰ্ধাৰিত নিয়মেৰে গোচৰ আদালতত উঠাৰ পাছত দুয়োপক্ষৰ উকীলৰ জেৰা আৰম্ভ হ'ল।

হৰ্ষবৰ্ধনৰ কাৰ্য্যালয়ৰ পৰা অহা নথিপত্ৰ মতে তেওঁক এই পৰ্যন্ত চাকৰি-জীৱনত কতো অকণো খুঁত নাই। হৰ্ষবৰ্ধনৰ দৰে সৰবৰহী অমায়িক মানুহ হেনো কমহে আছে। ঘটনাৰ দিনা দুই তাৰিখ আছিল আৰু সেই সময়ত হৰ্ষবৰ্ধনে আগদিনা উপস্থিত নথকা কলিগ এজনৰ দৰমহাৰ পইচাকেইটা দিবলৈ ওলাইছিল। আগে-পাছেও দৰমহাৰ দিনা কোনোবা উপস্থিত নাথাকিলে তাৰ দায়িত্ব হৰ্ষকে দিয়া হৈছিল। শেষত পুলিছে ক'লে, তেওঁলোকে হেনো হৰ্ষবৰ্ধনৰ হাতত সেই সময়ত তেৰশ-ষাঠি টকাহে পাইছিল আৰু সেইটো পৰিমাণ হৰ্ষৰ কলিগজনৰ বৰ্তমানৰ দৰমহাৰ পৰিমাণৰে সৈতে একে।...

এসময়ত বিচাৰপতিয়ে হৰ্ষবৰ্ধন ওজা নিৰ্দোষ বুলি ৰায় দিলে।

বজাৰত মাছৰ জুই-ছাই দাম। চুবই নোৱাৰি। হ'লেও আজিৰ কথাটো বেলেগ, কেজিত পয়সত্তৰ টকা দৰত ভাঙৰ বৌ মাছ এচকল লৈ হৰ্ষবৰ্ধন বজাৰৰ পৰা ওলাই আহিল।

ঘৰলৈ আহি থাকোঁতে হঠাতে হৰ্ষৰ সেই ল'ৰাকেইটাক লগ পোৱাৰ এক প্ৰবল ইচ্ছা হ'ল। সিহঁতে বাৰু তেওঁক লগ কৰিবনে? সিহঁতে তেওঁৰ লগত কথা পাতিবনে? তেওঁৰ কথা শুনিবনে? সঁচাকৈয়ে যদি পাতিলেহেঁতেন, তেতিয়া তেওঁ প্ৰথম প্ৰথম ক'লেহেঁতেন "চাওক, মই যি কৰিছোঁ তাৰ বাহিৰে অন্য একো কৰিব নোৱাৰোঁ, আৰু আপোনালোকেহে মোক অন্য কিবা কৰিবলৈ নক'ব। কাৰণ আপোনালোকে মোক শাস্তি দিব পাৰিব, লাজ দিব পাৰিব, কিন্তু মোক দুনীতি নকৰাকৈ খাব পৰা বা চলিব পৰা চাকৰি এটা দিব নোৱাৰিব।"

সঁচাকৈয়ে যদি এই কেইটা কথা ক'বলৈ ললেহেঁতেন, তেনে-হ'লে, তেওঁ কিমান শান্তি পালেহেঁতেন! কিবা এটা বৰ গধুৰ বস্তু তেওঁৰ মূৰৰ পৰা নামি যোৱা যেন লাগিলহেঁতেন।

কিন্তু···কিন্তু সিহঁতে জানো তেওঁক লগ কৰিব? যদি এবাৰ মাত্ৰ লগ কৰিলেহেঁতেন!

শ্ৰীহৰ্ষবৰ্ধন কেৰাণীৰো সিহঁতক বহুত কথা ক'বলৈ আছে।

# ওলমা বাদুলিৰ দৰে

মহান কবিয়ে বৃদ্ধ কালতো যৌৱনৰ প্ৰেয়সীক লৈ লিখা দুটা-এটা কবিতা মই পঢ়িছোঁ। তেনে কবিতা হয়তো আৰু বহুত আছে। তেনে একোটা কবিতাই একোজন কবিক বহুত ওপৰলৈ লৈ যাব পাৰে। সেই কবিতাৰ সমালোচকে সমালোচনাৰে আলোচনীৰ পাত ভৰাই পেলাব পাৰে, কবিৰ চৰিত্ৰক কিন্তু কটু সমালোচনা নকৰে।

ময়ো নকৰোঁ। মই কবিতা লিখিবও নাজানো। সেই মহান কবিসকলৰ লগত নিজকে তুলনা কৰি চাবও নোখোজোঁ। অন্য এটা কথাহে আছে।

চন্দ্ৰামণি নামৰ ছোৱালী এজনীক বৰ ভাল পাইছিলোঁ। কিবা এটা কৰি পেলাম বুলি ভাবোঁতেই ধুমুহাৰ গতিৰে আহি এজন সুন্দৰ সম্ভ্ৰান্ত ডেকাই তাইক বিয়া কৰাই লৈ গ'ল।

দুৰ্ঘটনাটো মোৰ যৌৱন কালৰে। এতিয়া মোৰ দুডাল-এডাল চুলি পকিছে। আমাৰ দুয়োৰে মাজৰ সম্পৰ্ক গোপন নাছিল। আমাৰ চহৰখনত আমি বেচ হুলস্থুলৰে সৃষ্টি কৰিছিলোঁ। সেইবোৰ আৰু মনত পেলাব নোখোজোঁ।

বিয়াৰ পাছত চন্দ্ৰাক তেনেকৈ লগ পোৱা নাই ; কিন্তু তাইক মই মোৰ মনৰ পৰা আঁতৰাই পঠাব পৰা নাই। যিমানে বৃদ্ধ হৈ আহিছোঁ সিমানে চন্দ্ৰাই মোৰ মনৰ, মোৰ বুকুৰ বেছদ জেগাত খোপনি পুতি বহি লৈছে। চন্দ্ৰাক লগ নোপোৱাকৈয়ে লগ পাই থকাৰ দৰে লাগিছে আৰু দিনে-দিনে এই ধাৰণাটো বেছি হৈ আহিছে।

এই কথাটো মই গোপনে ৰাখিছোঁ। কাকো কোৱা নাই।

কোনোবাই জানিলে মোক পগলা বুলি ভাবিব। মোৰ কিন্তু নিজকে পগলা যেন নালাগে। কথাবোৰ আনে জানিলে বাৰু? নাই নাই নোৱাৰি। এই বয়সত এইবোৰ কথা। মানুহে বাৰু মোক কি বুলি ভাবিব?

মনৰ খেলিমেলি ভাববোৰৰ কথা কাৰোবাক ক'ব পৰা হ'লে ভাল আছিল। মনটো পাতল লাগিলহেঁতেন। অথচ আজি মোৰ কাষত মোৰ কোনো অন্তৰংগ বন্ধু নাই। যি বা শৈশৱৰ বন্ধু এজন আছিল, সিও এতিয়া........

শৈশৱৰ কথা মনত পেলাই ভাল লাগে যদিও এতিয়া আৰু কায়িকভাৱে সেই দিনবোৰলৈ উভতি যাব নোৱাৰোঁ। তথাপি মনত পৰে, মনত পৰে বন্ধুৰৰ ভোগৰ কথা।

বৰ পিছপৰা এখন গাঁৱৰ ধূলি-মাটি খচকি আমি দুজনে সিজনক সাবটি ধৰিছিলো। সেই গাঁৱৰ ঘোলা পানীৰ সৰু জানটোত সাঁতুৰি-নাদুৰি আমি পৃথিৱীৰ প্ৰেম অনুভৱ কৰিছিলোঁ। সেইটো জানত বাৰিষাৰ কোবাল সোঁতত আমাৰ কণমানি দেহা দুটা এনেদৰে এৰি দিছিলো যেন আমি ওপতি ওপতি পৃথিৱীৰ বহুদূৰলৈ আগুৱাইছোঁ। আমি একেলগে ধানখেতি কৰা বহল পথাৰত চেচোৰ খান্দি খাইছিলো আৰু নৰানিৰ মাজত লুকা-ভাকু খেলিছিলোঁ। আমি গাঁৱৰ কুঁহিয়াৰ পেৰা শালৰ ওচৰত গৰম গুৰৰ আশাত বহুতো উজাগৰী নিশা পাৰ কৰিছিলোঁ আৰু ডাঙৰসকলৰ মুখৰ গল্প আৰু গীত শুনিছিলোঁ। সেই গীত যি গীতে ৰাতিৰ পৃথিৱীক কৈছিল—তোমালোক শুলাই আমি এতিয়াও সাৰে আছোঁ।

লোণে আমলখিয়ে খালোঁ
কোনোবা জনমত তপস্যা সাধিলোঁ
ভোলানাথ পুৰুষক পালোঁ,
মোৰ বাধৈ ঐ

এহে চোক আগুৰাই গ'লো,

মোৰ দেউতা ঐ

আৰু অকণ আগুৰাই গ'লো।

সেইখন গাঁৱতে জন্ম আমাৰ, মোৰ ল'ৰালিৰ বহল পৃথিৱী সেয়া। ল'ৰালিৰ সেই প্ৰতিটো ৰোমাঞ্চকৰ মুহূৰ্ত মোৰ অন্তৰত এতিয়াও সজীৱ। হয়তো ভোগৰো। মই নাজানো। তেওঁৰ কল্পনা শক্তি মোৰ দৰে সজীৱ নহ'বও পাৰে।

বৰ আচৰিতে মই ভোগৰ কথাবোৰ ভাবি পেলোৱা নাই। অথবা কাৰোবাৰ মন ভাল লগাবৰ বাবেও কথাবোৰ ক'ব খোজা নাই। মোৰ অন্তৰংগ বন্ধু বাবেও নহয়। তেওঁৰ বিষয়ে ক'ব খোজাৰ অন্য কাৰণো আছে।

ভোগ আজি গাঁৱৰ পৰা বহুত দূৰৈত। ময়ো মোৰ গাঁৱৰ পৰা বহুত দূৰৈত। কিল'মিটাৰত এই দূৰত্ব বৰ বেছি নহয়। মোৰ মনৰ দূৰত্ব বহুত বেছি। কাৰণ মোক দুহাতেৰে আলফুলে আকোঁৱালি ধৰা সেই বয়োজ্যেষ্ঠসকল আজি আৰু নাই। দূৰলৈ নেদেখা দেশলৈ গুচি গৈছে। কেতিয়াবা মনত পৰিলেও ভাবি লওঁ,—ক'তা মোৰ দেখোন আজৰিয়েই নাই। অথবা ভাবোঁ— মইতো কণমানি ল'ৰাটো হৈ আজি মোৰ গাঁৱলৈ যাব নোৱাৰোঁ!

অন্য কাৰণো আছে। মই কৈছোঁৱেই আমাৰ গাঁও আৰু গাঁৱৰ মানুহবোৰ বৰ পিছপৰা। প্ৰায় সকলোৱেই নিৰক্ষৰ। তুলনামূলকভাৱে কিছু অৱস্থাপন্ন মানুহৰ বাবেহে যেন বিদ্যালয় শিক্ষাৰ প্ৰয়োজন। বাকীবোৰৰ বাবে ই যেন লাজৰ কথাহে। সঁচাকৈয়ে, তেনেকুৱাই লাগে। কাৰোবাক সুধিলে মেহেঙা-মেহেং কৰি ক'ব, "নাই, আমিনো কি ইচকুল পঢ়িম!" কৃষিয়েই আমাৰ গাঁৱৰ সকলোৰে জীৱিকা, জেদা-জেদি খাম-খেয়ালি এইবোৰ হ'ল জীৱনৰ ৰস, আৰু এইবোৰৰ ধৰণো কি আচৰিত, আজিও মই সেইবোৰ মনত পেলাব পাৰোঁ।

দোহিৰাম কাইটিয়ে দেশী মদৰ বাগীত প্ৰায়ে বৌক মাৰপিট কৰে। গাঁৱৰ বুঢ়ালোকে কাইটিক বুজায়। নাই, একো লাভ নহ'ল। কাৰো ধনেৰে কাইটিয়ে মদ খোৱা নাই। নিজৰ ধনেৰে খাইছে। কাইটিৰ উৎপাত অসহ্য হোৱাত ঘৰৰ সন্মুখৰ দোকানী দাইটিয়ে এদিন খণ্ডতে কাইটিক ঘাপ মাৰি দিলে। ভৰি এটা চিগিল বুলিবই পাৰি।

পিছে খুব কম দিনৰ ভিতৰতে কাইটিয়ে লেঙেৰাই লেঙেৰাই যুদ্ধ ঘোষণা কৰিলে, "ছালা, মই মদ খোৱা বাবেহে তই মোৰ ভৰি কাটিছিলি? মই তোৰ ঘৰৰ মুখত মদৰ দোকানেই খুলিম। কি কৰ চাইলম মই।"

খুলিলে। গেলনে গেলনে মদ বেচিলে। নিজেও খালে। আদ বয়সতে মৰি থাকিল কাইটি।

আন এবাৰ গাঁৱৰ এহাল ককাই-ভাইৰ মাজত কাজিয়া। মাজৰাতি ভায়েকে নিজৰ উদং ঘৰটোত জুই লগাই দি পাছদিনা ককায়েকক পুলিচত দিলেগৈ। ককায়েকে হেনো ভায়েকৰ পৰিয়ালটোক পুৰি মাৰিব খুজিছিল।

এনেকুৱাই আমাৰ গাঁওখন। লাজ পাবলৈ আৰু কিটো আছে? ওচৰ-পাজৰৰ সকলোৱে জানেই। জানে যে আমাৰ গাঁৱত ভাওনা হ'লে পুলিচ আহে। কাৰণ কাজিয়া হ'বই। মৰা-মৰি, হতাহতি বৰ সাধাৰণ কাৰণতে হৈ যাব পাৰে।

পিছে এনেকুৱা পৰিবেশৰ মাজতে বন্ধুবৰ ভোগই মেট্ৰিক পাছ কৰিলে। গাঁৱৰ বহুলোকৰ চকু থৰ হৈ গ'ল। মুখ বন্ধ হৈ গ'ল। আগতে গাঁৱৰ ল'ৰা বুঢ়া সকলোৱে ভোগক উপলুঙা কৰিছিল। "ই ভোগই কামৰ ভয়তহে স্কুলত নাম লিখাইছে। একোডাল নহয়গৈ। হেৰ' সেইখন ভাও ধৰ কেলেই? বোলে দেখাক দেখি কুকুৰেও কৰে একাদশী!"

স্কুললৈ যাওঁতে বাটত ভোগক গাঁৱৰ ল’ৰাবোৰে জোকায়,— “হয়নে হালোৱা কাইটি ভাগৰ মাৰিবলৈ যায় হ’বলা ?”

ভোগই এইবোৰৰ একো উত্তৰ কোনোদিনে দিয়া নাছিল। আনকি কালৈও ঘোপাকৈও চোৱা নাছিল। তেওঁৰ চকুৰ ভাষা পঢ়াটো বৰ কঠিন কাম আছিল।

মহাবিদ্যালয়ত ভোগই কলা বিভাগত নাম ভৰ্তি কৰিলে। আৰ্থিক অভাৱ আছিল। তথাপি চলি গৈছিল। অভাবে শৰীৰ জুৰুলা কৰিলেও মন জুৰুলা কৰিব পৰা নাছিল। পঢাতো তেওঁ ভাল আছিল। মাথোঁ মোৰ বাহিৰে বাকী বন্ধু-বান্ধৱ-পৰাপক্ষত আঁতৰি থাকিবলৈ বিচাৰিছিল। কথাও বৰ কম কৈছিল। যি কোনো প্ৰশ্ন, যিকোনো কথাৰ বিপৰীতে তেওঁ ফটকৰে একো উত্তৰ নিদিছিল। মোৰ প্ৰতিটো কথাৰ বিপৰীতে তেওঁ মোৰ মুখলৈ এটা বুৰ্বক ল’ৰাৰ দৰে চাই ৰৈছিল। সেই বুৰ্বক চাৱনিটোত বহুত কিবা বুজিবলগীয়া আছিল। বহুত কিবা বুজা নগৈছিল, অলপ কিবাহে বুজা গৈছিল।

ভোগৰ দেউতাক হৰকাই নাই। ভোগ বুজন হোৱাৰ আগেয়ে মৰিল। বৰ মদগজ চেহেৰাৰ মানুহ আছিল বোলে। কাম-বনো হেনো তেনেকৈ এফালৰ পৰা আদায় কৰি নিছিল। সেই কাৰণে হেনো হৰকাইৰ কামৰ অভাৱো নাছিল। পিছে বৰ আচৰিত ধৰণে মানুহজন কিবা অচিন বেমাৰত পৰি মৰি থাকিল। এসপ্তাহৰ ভিতৰতে হেনো মানুহটো শুকাই চেৰেলা হৈ গৈছিল। গাঁৱৰ বুঢ়ালোকে কয়, হৰকাইক হেনো কোনোবা বেজে যাদু কৰি মাৰিলে। তাৰ পাছত কাণৰ কাষত ফুচফুচাই কয়,—“এ তহঁতে নাজান। তাৰ মানুহজনী বৰ সাংঘাতিক অ’। তাইহে কিবা বিহ খুৱাই মাৰিলে হ’বলা। তহঁতক কব নাপায়। পিছে শাহুৰেক জনীক যি শাস্তি দি মাৰিলে হেৰ’। হবৰ ঘৈণীয়েকে

বুঢ়ীক পুহমহীয়া বেৰকুৰ নোহোৱা চালি এখনৰ তলত শুৱলৈ দিয়ে। আমি নিজে দেখা অ' বোপাই।"

ভোগৰ মাকক দেখিলে, কথা পাতিলে তেনেকুৱা কিবা সাংঘাতিক যেন নালাগে। কব কৰ্মী তিৰোতা। তাঁতশাল এখন আছে, বাৰ মাহে লোকৰ চাদৰ গামোছা বৈ দিয়াৰ বায়না লয়। কঠীয়া তোলা, বোৱা ধানৰ দিনত ধান দাই দিয়া এইবোৰতো পইচা উলিয়ায়।

পিছে খাৱৰীয়াহে বহুত। ভোগৰ বায়েক তিনিজনী। গাভৰু। ভনীয়েক এজনী। তায়ো সৰু হৈ থকা নাই। দুখনীয়া পিন্ধিছে। গোটেইবোৰে লগে-ভাগে কৰে বুলিহে। ভোগৰ বাহিৰে পঢ়া-শুনাও কাৰো নাই।

ভোগক মাকে অলপ বেছি মৰম কৰাৰ নিচিনা লাগে। বায়েক কেইজনীয়ে তেওঁৰ ককায়েকৰ দৰে জ্ঞান কৰে। গাঁৱৰ মানুহ-বোৰেহে যিহকে-তিহকে শুনায়। ভোগই মাক আৰু বায়েক কেইজনীৰ মূৰত কাঁঠাল ভাঙি খোৱা বুলি কয়। ভোগই পিছে একো উত্তৰ নিদিয়ে। নিৰ্বিকাৰ মাতৰ বৰণীয়া ঘুটমুটীয়া ল'ৰাটোৰ মুখমণ্ডলত ইচ্ছা-অনিচ্ছা, ভাল লগা-বেয়া লগা একো ধৰা পৰা নাযায়।

ঠিক কেতিয়াৰ পৰা ভোগৰ আচৰণ এনে হৈছিল, বা ঠিক কোন সময়ৰ পৰা তেওঁ এক আচৰিত ধৰণৰ মৌনতা অৱলম্বন কৰিছিল, আজি মই ক'ব নোৱাৰিম। কিন্তু সেই তেতিয়া তেওঁ এনে আছিল যেতিয়া আমি দুয়ো একেলগে পথাৰৰ কেঁচা নৰাৰ পেঁপা বজাবলৈ শিকিছিলোঁ, অথবা যেতিয়া আমি মনে-মনে গৈ 'কোবোকাতাল'ৰ যি কোনো গাঁতত মাছ আছে বুলি বিনা দ্বিধাই হাত ভৰাই দিছিলোঁ আৰু ধৰা পৰি ঘৰত চেকনিৰ কোব খাইছিলোঁ।

মইতো নিজেই নাজানো ঠিক কেতিয়াৰ পৰা মই কিছুমান

আচৰণ-বিধি ভাল আৰু আন কিছুমান বেয়া বুলি অনুভৱ কৰিব পৰা হ'লো। নাজানো কেনেকৈ কৌতিয়াৰ পৰা মই বেয়া বুলি অনুভৱ কৰা কথা বা কামৰ বিপৰীতে একো প্ৰতিবাদ নকৰাকৈ মনে মনে সহ্য কৰি যাব পৰা হ'লো। কিন্তু এই প্ৰশ্নবোৰ যিদিনা মই নিজে নিজকে প্ৰথম কৰিছিলো, কৰিবলৈ শিকিছিলোঁ, সিদিনাৰ পৰাই বৰ আচৰিতভাৱে মই বহুবছৰ গৰাকি অহা ভবিৰ তলৰ পৃথিৱীখন মোৰ চকুৰ আগত লাহে লাহে সলনি হৈ যোৱা যেন লাগিছিল। সলনি হৈ যোৱা যেন লাগিছিল চন্দ্ৰ, সূৰ্য আৰু তৰাবোৰ, বৰষুণৰ কণিকা, ডাৱৰৰ ঢৌ আৰু গতি। মই আকাশী ভাষাৰ তৰংগ বিচাৰি উলিয়াবলৈ শিকিলোঁ। মোৰ একে দুটা চকুৰ আগতে সলনি হৈ গ'ল মোৰ গাওঁখন, মোৰ গাঁৱৰ মানুহবোৰ ভোগ, ভোগৰ ঘৰখন, সকলো।

নহয়। পৃথিবীখন একেই আছিল। মইয়ে সলনি হৈছিলোঁ। বুজি উঠিছিলো কিহৰ বাবে ভোগক মানুহবোৰে যিহকে তিহকে কয়। তেওঁলোকৰ ঘৰখনক লৈ বু-বু বা-বা কৰে। হয়তো মই সম্পূৰ্ণ শুদ্ধকৈ বুজা নাছিলোঁ। তাতেনো কিটো হ'ল? বুজা নুবুজাৰ দোমোজাতে দেখোন মানুহৰ জীৱনৰ অৱসান ঘটে।

ভোগৰ বায়েক-কেইজনীক লৈ গাঁৱত বিহু উঠি থাকে। ডাঙৰ-জনী বায়েকৰ মহিমা পোৱাই টান। তাই তৃতীয়বাৰৰ বাবে বিবাহ-বিচ্ছেদ কৰি মাকৰ ঘৰলৈ উভতি আহিল। তাইৰ আচল নাম আছিল আইকণ। পিছে সকলোৱে তাইক মাতে 'এইকণ' বুলি। ল'ৰাবোৰে জোকায় 'পেটু' বুলি। পেটু বুলিহে তাই বেছি বিখ্যাত। তাইৰ গাৰ ৰং যথেষ্ট ক'লা। চেহেৰাও বেছ মজবুত। মুখ একেবাৰে লাওপাত-কচুপাত। এবাৰ কোনোবাই তাইক পেটু বুলি জোকালে পিছৰ আধা ঘণ্টালৈ তাইৰ মুখ মাইক বজাদি বাজি থাকে।

পিছৰজনী মাইকণ। তাঁই বৰকৈ কথা নকয়। কিবা ক'লেও

মুখৰ ভিতৰতে কোৰাদি কয়। কাৰোবালৈ চালেও বৰ ঘোপাকৈ চোৱাৰ দৰে লাগে। সেইবাবে ল'ৰাবোৰে তাইক 'বোন্দা' বুলি জোকায়। কোনোবাই তাই শুনাকৈ 'মেও' বুলি ক'লেই হ'ল, মাইকণৰ দুচকুৰেদি দুধাৰি বৈ যায়। বায়েকৰ দৰে তাই মুখ চলাব নোৱাৰে।

এইজনী মাইকণলৈকে চামগুৰিৰ সৰুকণ নামৰ ডেকা এটি চাপিলহি। তাৰ ডিঙিত আধা কেজিৰ দগাটোৰ সমান টেমুনা এটা আছিল। সেইটোৰ বাবেই হেনো ছোৱালী পোৱা নাছিল। মাইকণক পাই তাৰ জীৱন ধন্য হ'ল। ল'ৰাটো পিছে এলাইবাদু নহয়। বাৰী-বনৰ কামৰ বাবে তাক টনা-আজোৰা কৰা মানুহৰ অভাৱ নাই।

তৃতীয়জনী মাকণ। তাইক মাকে ধন ভাঙি উলিয়াই দিব ল'গা হ'ল। ল'ৰাৰ ঘৰখনো ভাল। ঘৰুৱা অৱস্থাও টনকিয়াল। ল'ৰাও ভাল। বয়সটোহে হেনো অলপ বেছি হ'ল। হওক, সেইটো একো লেখৰ কথা নহয়। ভগবানে সকলো মিলাই নিদিয়ে। তাতে মতা-মানুহৰ হেনো বয়সৰ হিচাপ ল'ব নাপায়।

আচৰিত লাগে মোৰ। কেনেকৈ অকণো নাপাহৰাকৈ কথাবোৰ মোৰ চকুৰ আগত লাগি আছে। মোৰ যৌৱন কালৰে কথা এইবোৰ। আৰু সেই যৌৱন এৰি অহা কিমান বছৰ হ'ল মোৰ? নাই, ভাবিবলৈ মন নাযায়। সেই শব্দত যে মই এতিয়াও ৰোমাঞ্চ বিচাৰি পাওঁ। তাৰ উম মই এতিয়াও অনুভৱ কৰোঁ।

জীৱনৰ প্ৰতিটো খোজতে মানুহে ৰোমাঞ্চ অনুভৱ কৰেনে? হয়তো কৰে। হত্যা, লুট-পাত, মাৰি-মৰক, দুৰ্ভিক্ষ, ব্যভিচাৰ, নিষ্পেষণ পিঠিত লৈও দেখোন মানুহে সংগ্ৰামৰ ৰোমাঞ্চ অনুভৱ কৰে। হয়তো নকৰে। খন্তেকতে সলনি হৈ যায় মানুহৰ মন।

নাজানো আজি ভোগৰ তিনিজনী বায়েক কেনে আছে।

নাজানো ঘৰৰ বাকীবোৰ কেনে আছে। একোৰেই নাজানো। সেই লৈ মই আজি উৎসুক নহওঁ।

বোধকৰোঁ তেৰো নহয়। তেনেকুৱাই লাগিছিল। আমি ইজনে সিজনৰ চকুত চকু থৈছিলোঁ। তেনেকৈয়ে বহুত সময় ৰৈ আছিলোঁ। নিজৰ চকুৰ ভাষা নিজেই বুজা নাছিলোঁ। এটা সময়ত তেওঁ মোৰ এখন হাতত তেওঁৰ হাতেৰে বৰ কোমলকৈ স্পৰ্শ কৰিলে।

সেই এটি মাত্ৰ স্পৰ্শই মোৰ কলিজাত আঘাত কৰিছিল। তাত মই নিজেই নুবুজা কিবা লুকাই আছিল। সেই স্পৰ্শত আচৰিত এক শিহৰণ অনুভৱ কৰিছিলোঁ। বেদনাৰ অব্যক্ত ভাষা চকুত লৈ সেয়ে আমি দুয়ো তেনেকৈয়ে বহু সময় পাৰ কৰি দিছিলোঁ।

তেনেকৈয়ে কোনো কোনো সময়ত একো কথা নোকোৱাকৈয়ে, কেৱল চকুত চকু থৈয়ে, একো নুবুজিলেও বহুত কিবা বুজি পোৱাৰ দৰে লাগে। ঠিক তেনেকৈয়ে বহু বছৰৰ আগতে চন্দ্ৰামণিয়ে মোলৈ দিয়া প্ৰথম চিঠিখন পঢ়ি ভোগই মোৰ চকুলৈ বহুত সময় চাই আছিল। সেইদিনাও আমি দুয়ো একো কথা পতা নাছিলোঁ। কিন্তু তাৰ পাছদিনা কলেজৰ পকাৰ পিৰালিত বহি তেওঁ মোক কৈছিল, “ইমানকৈ চিন্তা কৰিবলৈ কিটো আছে? এই বয়সত এইটোৱেই বৰ স্বাভাৱিক।”

বাক্যটো মোৰ মনত আছে। আৰু মনত এটা প্ৰশ্নও ৰৈ আছে আজিও। ভিন্ন বসয়ত এনেকুৱা বা তেনেকুৱা স্বাভাৱিক আচৰণবোৰ কেনেকুৱা? কি কি? কিমান ব্যক্তি সেই স্বাভাৱিক গতিৰে গতি কৰিছে? বন্ধুবৰ ভোগয়েই বাৰু কৰিছিলনে?

মই জানো, তেওঁ নাই কৰা। ময়ো নাই কৰা। আৰ্থ-সামাজিক ব্যৱস্থাত জুৰুলা হৈও যুজ কৰি গৈছিল তেওঁ। এদিন এটা চিকিমিকিয়া হাঁহিৰে মোৰ ডিঙিত সাবটি ধৰি কৈছিল তেওঁ,

“জানা, মই কিজানি এটা সৰু চৰকাৰী চাকৰি পাম। চাকৰিটো পালে মোৰ আৰু পঢ়াৰ দিগদাৰি নহয়। তোমাৰ পৰা লোৱা সকলো ধাৰ মই পৰিশোধ কৰিম। তুমি কিন্তু নলওঁ বুলি নক’বা।

ন’হল। ভবামতে একোৱেই ন’হল। ক’ত যে উজুটি খালে তেওঁ? নুবুজিলোঁ। বুজা-নুবুজাৰ মাজতে আজিও ৰৈ আছোঁ।

বৰ স্পষ্টকৈ মনত আছে। দোকমোকালিতে কাণত বাজি উঠিছিল, চিনাকি হালোৱাৰ বিকট চিঞৰ। মোৰ কলিজাত দুৰু-দুৰু শব্দ। উচপ খাই উঠাৰ। পদধ্বনি দুপ-দুপ-দুপ। এখন সম্পূৰ্ণ গাঁৱৰ আবাল-বৃদ্ধ-বনিতাৰ।

লাচ। এটা মানুহৰ লাচ। হোলাত পৰি আছে। হাত ভৰি নাই। কটা। ক’ৰ মানুহ? ওচৰৰে চৰকাৰী পানী যোগান’ত কাম কৰা বলীৰামৰ।

আমাৰ গাঁৱত মৰা-মৰি কাটা-কাটি হয়। সেইবুলি এনেকৈ জীয়া মানুহ এটা মাৰি পেলাই থৈ গ’ল? কোনেও একো গমকে নাপালে? খবৰটো খন্তেকতে পাৰ ভগা নৈৰ গতিত বিয়পি পৰিল। মানুহে আলি-পদুলি একাকাৰ কৰি আনিলে। হোলাৰ ওচৰত বিৰ দি বাট পাবলৈ নোহোৱা হ’ল।

পুলিচ আহিল। পুলিচৰ কাম কৰি গ’ল। মাত নাইকিয়া হৈ গ’ল। স্তব্ধ আকাশ—স্তব্ধ পৃথিৱী। ভেকুৰাম। আকৌ উত্তেজিত এটা-দুটা শব্দ। শব্দৰ প্ৰতিধ্বনি যেন লগা নিশ্বাস!

“আচৰিত!!”···সাংঘাতিক!” “নিবোকা চামোন গু খোৱাৰ যম। দেখিছা?”

“দেখিছা—লোকৰ বাপেক চাই পুতেক হয়। ই আক’ মাকক চাই হ’ল!’

মই তেতিয়াও বিশ্বাস কৰা নাছিলোঁ। বোধকৰোঁ নিজকে পতিয়ন নিয়াব পৰা নাছিলোঁ। মুখেৰে তেতিয়াও কৈ আছিলোঁ—দুখীয়া সম্বলহীন বাবে সকলোৱে ভোগৰ ওপৰত দোষ জাপি দিছে।

এনেদৰে মোৰ জীৱনৰ এটা লোমহৰ্ষক দিনৰ অন্ত পৰিছিল। মোৰ অন্তৰে এই ঘটনাৰ সত্যতাক গ্ৰহণ কৰিব খোজা নাছিল। অথচ ই বৰ জোৰেৰে, চুটি-চুটি খোজেৰে মোৰ অন্তৰৰ গভীৰ কোণলৈ গৈ আছিল।

এক নিষ্ঠুৰ সত্য আৰু তাৰ বিপৰীতে হৃদয়ৰ টান, মৰমৰ বান্ধোন! কোনটোক মই জোৰেৰে ধৰি ৰাখিম?

কেনেকৈ কি কাৰণে তেওঁ হত্যা কৰিলে? বৰ সহজ কাৰণ। পানীযোগানৰ কল-কব্জা যিডোখৰ মাটিত পতা হ'ল, সেই মাটি ভোগহঁতৰ আছিল। বলীৰামে পোৱা চাকৰিটোও ভোগই বিচাৰিছিল। মাটিডোখৰ দিয়া বাবে চাকৰিটো পাব বুলি ভোগই ধৰি লৈছিল। শিক্ষাগত অৰ্হতাও তেওঁৰ দৰকাৰতকৈ বেছিহে আছিল। মাটি টুকুৰাৰ বাবদ যিখিনি চৰকাৰী ধন ভোগৰ পাওনা আছিল, সেয়াও সি পোৱা নাছিল। ভোগৰ মাকে বিভাগীয় বিষয়াক কেইবাবাৰো লগ ধৰিছিল। একো লাভ নহ'ল। শেষত চাকৰিটোও ভোগই নাপালে।

চকুৰ আগত সকলো ফটফটীয়া হৈ ওলাই আছিল। তথাপি ক'ৰবাত সেই প্ৰশ্নটো ৰৈ গৈছিল। মানসিক নিষ্ঠুৰতাখিনি জাতি-চন্দনহেন ভোগই পালে ক'ৰ পৰা? শৈশৱৰ পৰা ভৰ যৌৱনলৈকে প্ৰতিটো খোজতে তেওঁ সেই নিষ্ঠুৰতা বুটলিব লগা হৈছিল নেকি?

হ'ব পাৰে। কিন্তু সেই প্ৰশ্নটো কৰিবৰ বাবে আমাৰ গাঁৱত মই কোনো মানুহ বিচাৰি পোৱা নাছিলোঁ। প্ৰশ্নৰ সন্মুখীন হৈছিলোঁ মই। প্ৰশ্নৰ পিছত প্ৰশ্ন। প্ৰশ্নৰ জোৱাৰ। পৰিণাম? মোৰ পিতৃ-মাতৃয়ে মোক কেঁচা মাটিৰ পৰা আনি কংক্ৰিটৰ ওপৰত তুলি দিলেহি। মই সিদিনাৰ পৰা চহৰবাসী হ'লো। মোৰ গাঁৱৰ সেই খেলাৰ বহল পথাৰ সিদিনাৰ পৰা এফুট দীঘল এফুট বহল লুডু ব'ৰ্ডত পৰিণত হ'ল।

আৰু ভোগ? কিমান দিনৰ পাছত জানো? হ'ব চাৰি মাহমান হ'ব। আদালতে তেওঁক জামিনত মুক্তি দিছিল। তাৰ পাছদিনা মোৰ দেউতাই আহি মোক খবৰটো দিছিল, "কিনো কীৰ অ'। ভোগটো পগলা হ'ল। কালি জেলৰ পৰা ওলাই গৈয়েই দা এখন আনি মাকৰ ডিঙিটো কাটি পেলালে।"

আৰু জানো লিখিম তেওঁৰ কথা? ইয়াৰ পাছত আৰু বৰ্ণনা কৰিব নোৱাৰি। যুক্তিৰ মেৰপাকো নাখাটে। ক'ব পাৰোঁ,— বহুত ব্যক্তিক হত্যা কৰা সেই মানুহজন যদি সৈনিক হ'ব পাৰে, তেন্তে ভোগও তেনেকুৱা কিবা এটি হ'ব পাৰে। শব্দৰ মেৰপাকেৰে মানুহৰ পশুত্বক ঢাকি ৰখাৰ চেষ্টা মই নকৰোঁ। হত্যাক মই ঘৃণা কৰো। আৰু মাত্র এই এটা কাৰণতেই মোৰ অন্তৰংগ বন্ধুক মই পাহৰি যাব খোজোঁ। তেওঁকো মই বেয়া পাব খোজোঁ। ঘৃণা কৰিব খোজোঁ।

নোৱাৰিলোঁ। হৃদয়ে এবাৰ যাক গ্রহণ কৰিলে, ভাল পালে, সেইজনে কামুৰি গাৰ মঙহ এৰুৱাই নিলেও তেওঁক বেয়া পাব নোৱাৰি। ঘৃণা কৰিব নোৱাৰি। আজি ইমান বছৰৰ পাছতো তেওঁক মই পাহৰিব পৰা নাই। যেনেকৈ চন্দ্ৰামণিক মই অকণো পাহৰিব পৰা নাই। একোৱেই পাহৰা নাই মই। পাহৰিব মই নোৱাৰোঁ।

আদালতে ভোগক পগলা বুলি ঘোষণা কৰিছিল। তেওঁ আজি বহু বছৰ পগলা ফাটেকত আছে। জানো মই। তথাপি মই খবৰ কৰা নাছিলোঁ।

কালি গৈছিলোঁ। কি ভাবি, কেলেই ইমান বছৰৰ পাছত গৈছিলোঁ। মই নাজানো। মোৰ মন গৈছিল। ইচ্ছা হৈছিল। সেই ইচ্ছাৰ, সেই মনটোৰ কোনো কাৰণ-চাৰণ নাছিল। মই মাথোঁ তেওঁক এবাৰ চাব খুজিছিলোঁ।

ডাক্তৰজনে মোক যেতিয়া এক নিৰ্দিষ্ট ঠাইত ৰ'বলৈ ইঙ্গিত দিছিল, তেতিয়াৰ পৰাই মই কিছু উত্তেজিত অনুভৱ কৰিছিলোঁ।

তেওঁক মই আজি দেখা পাম। হওক দূৰৈৰ পৰা। আপত্তি নাই। এনেকৈয়ে বিয়াৰ পাছত মই এবাৰ চন্দ্ৰামণিক দেখিছিলোঁ। এটা বাছ আস্থানত। খোপাত সামান্য ওৰণি লৈ বাছৰ বাবে ৰৈ আছিল। কাষত—। থাকক। মই লুকাই-লুকাই চাইছিলোঁ। মোৰ সৰ্বশৰীৰ ঘামি গৈছিল। তাতো এক ৰোমাঞ্চ আছে। সকলোৱে নুবুজিব পাৰে।

তেওঁৰ খোজ-কাটল পগলাৰ দৰে নাছিল। বৰ ধীৰ গতিৰে তেওঁ মোৰ ফালে আগুৱাই আহিছিল। তেওঁ সামান্য কুঁজা হৈছে। কেঁচা-পকা দাড়িবোৰৰ মাজত আচল মুখখন একেবাৰে লুকাই পৰিছে। চকুৰ মণিত কিন্তু এতিয়াও সেই তিৰবিৰণি আছে।

কিমান সময় আমি হাতত ধৰাধৰি কৰি কথা নপতাকৈ আছিলোঁ? নাই, ক'ব নোৱাৰোঁ। সময়ৰ কথা আমি পাহৰি গৈছিলোঁ।

মোৰ হাতত থপৰিয়াই-থপৰিয়াই তেওঁ প্ৰথম মুখ খুলিছিল—. "মই জানিছিলোঁ। তুমি এদিন আহিবা। নহাকৈ তুমি নোৱাৰা।

তাৰ পাছত যেন আমাৰ কথাৰ অন্ত নাই। এই বৃদ্ধ কালতো কিমান সৰু ল'ৰাৰ দৰে কথা পাতিছিলোঁ আমি? কথাৰ মাজতে মই সুধি পেলাইছিলোঁ, ··"তোমাক কিয় এৰি দিয়া নাই। তোমাকতো···"

"কি কথা কোৱাহে তুমি? পগলাক এৰি দিয়াৰ কোনো নিয়ম নাই।"

"তুমি পগলা নোহোৱা। মই মানি নলওঁ।"

"তোমাৰ বাক্যটো আদালতে নাই কোৱা।"

"কিয় তুমি তোমাৰ মাৰাক হত্যা কৰিলা? কি হৈছিল তোমাৰ?"

"কাৰণ তাৰ বহুত আগতে মায়ে মোক হত্যা কৰিছিল।"

"কেনেকৈ? তুমি তোমাৰ দোষ লুকুৱাব খুজিছা।"

"এতিয়া আৰু মিছা মতাৰ সময় উকলি গ'ল। তুমি জানো কাকো হত্যা কৰিব পোৱা নাই ?"

"নাই পোৱা। মই কিয় আনক হত্যা কৰিম ?"

"কিয় ? তোমাৰ অভাৱ পূৰণৰ বাবে ? তোমাৰ কোনো অভাৱ নাই নে ? মানসিক, শাৰীৰিক, অৰ্থনৈতিক ? যদি তুমি সঁচাকৈয়ে কাকো হত্যা কৰিব পোৱা নাই, তেন্তে তুমি বৰ ভাগ্যবান। যদি তুমি কাৰোবাৰ কলিজাক হত্যা কৰিও এই মুহূৰ্তত নিজকে ফাঁকি দিছা, তেন্তে তুমি এতিয়াও মোতকৈ সৰু হৈ আছা। তুমি মুকলি আকাশৰ তলত থাকিও কাৰাগাৰৰ ভিতৰতে আছা।"

"তুমি যি ধাৰণাৰে কথা কৈছা সেয়া কাৰাগাৰৰ ভিতৰৰ পৰা কৈছা। বাস্তৱ পৃথিৱীখনে হত্যাৰ ধাৰণা তেনেদৰে নকৰে।"

"হ'বপাৰে, হ'ব পাৰে। তথাপি মই সত্য কথা কৈছো। মোৰ ধাৰণাও সত্য।"

"তুমি মাত্ৰ এটা চাকৰিৰ বাবেই বন্দীৰামক কিয় হত্যা কৰিছিলা ?"

"মই নাজানো। সেই মইটো আৰু আজিৰ মইটো একে নহয়। মই এটা চৰম ভুল কৰিছিলোঁ। সেইদিনা মই নিজকে হত্যা কৰিছিলোঁ আৰু পাছৰবাৰ অন্য কাৰোবাক। অথবা প্ৰথমবাৰ মই সমাজখনক হত্যা কৰিছিলোঁ আৰু পাছৰবাৰ নিজক। তুমি কথাবোৰ বিপৰীতকৈও বুজি ল'ব পাৰা। কথা একেটাই। তুমি হত্যা শব্দটোত বৰ বেছি জোৰ নিদিবা। তেতিয়া বুজিবলৈ সহজ পালা।"

মোৰ তেওঁক লগপোৱাৰ সময় পাৰ হৈ গৈছিল। মই জোৰেৰে তেওঁৰ হাতখন চেপি ধৰিছিলোঁ। "তোমাক যদি মুক্তি দিয়ে, তেনেহ'লে তুমি কি কৰিবা ? তুমি সেইখন সমাজৰ মাজলৈকে যাব লাগিব।"

"সকলো মানুহে কিবা আশা কৰে। মই এতিয়াও কিবা আশা কৰোঁ। যোৱা। এদিন আকৌ আহিবা।"

বাহিৰত চিকিৎসকজনক আকৌ লগ পালোঁ। তেখেতে মোলৈ চাই মিচিকিয়াই হাঁহিলে। তেখেত ওচৰ চাপি আহিল।

"বহুত সময় কথা পাতিলে। কেনে পালে?"

"ভালেই। সম্পূৰ্ণ সুস্থ বুলিয়েই ভাবো'।'

"সেইটোৱেইতো বিপদ জানে? সকলোৱে তাক লগ পালে তেনেকৈয়ে ভাবে। মানুহটোৰ বেমাৰো সেইটোৱেই বুজিছে। বৰ বেছি তাত্ত্বিক কথা কয়। আপোনাকো কিজানি খুব বুজালে নহয়নে? কিনো কৰিব? আমাৰ ইয়াত আৰু এনেকুৱাই। বাৰু, আহিব কেতিয়াবা।"

ডাক্তৰজন লাহে-লাহে গহীন খোজেৰে আঁতৰি গৈছিল। মই বুৰ্বক এটাৰ দৰে বৈ আছিলোঁ। আৰু এতিয়াও, বেতৰ চকীত বহি মুকলি আকাশৰ তলত মই আকাশলৈ চাই বহি আছোঁ। বুৰ্বক ঘটাৰ দৰেই।

মই নাই বুজা আচলতে কোন পগলা? কিজানি মই নিজেই পগলা। তাতো মোৰ সন্দেহ আছে। এতিয়াও।

বুজিব নোৱৰাৰ বাবে মই আৰু পগলা হৈ গৈছো নেকি? প্ৰশ্নটো যে প্ৰশ্ন হৈয়ে মোৰ সন্মুখত ওলমি আছে। ঠিক এটা ক'লা বাদুলি এতিয়া মোৰ চকুৰ আগতে মহাশূন্যৰ এক নিৰ্দিষ্ট বিন্দুত ওলমি ৰৈছেগৈ। বাদুলিটো বাৰু তেনেকৈয়ে ওলমি থাকিব নেকি?

[ এই গল্পৰ কোনো চৰিত্ৰ অথবা বাক্যই যদি পাঠকৰ অন্তৰত আঘাত দিয়ে, তেন্তে সেয়া মোৰ ইচ্ছাকৃত নহয়। ]

# লেটা-সূতাৰ শেল

আগলৈ নাই, পিছলৈ নাই, দেবেৰাপাৰা মৌজাৰ টোকোৰা গাঁৱৰ কোচৰ চুকৰ, তৰণি সেন কোচৰ এটাই ল'ৰা। বয়স এই মাঘৰ দহ দিন গ'লে একুৰি এবছৰ হ'ব। টিকেন্দ্ৰজিত সেন কোচ। চমুকৈ টিকেন।

এই কেঁচাসোণহেন, মাকৰ চকুৰ মণি টিকেনৰে নৰীয়া। যোৱা একুৰি দিন 'ছিভিল'ত আছে। এমাহেই হ'বহি এতিয়া। মাক সুৰভিজনী তেনেই বাউলী হ'ল। টিকেনৰ আৰোগ্যৰ বাবে মাকজনীয়ে আইনাম-গোসাঁই থান এখনো বাকী ৰখা নাই।

সুৰভিয়ে ভাবিছিল টিকেনলৈ এইবাৰ বহাগত যেনেতেনে বোৱাৰী এজনী চাই মেলি ঘৰ সুমুৱাবহি। ছোৱালীও দুই এজনী চাইছিল। তৰণি সেনক কৈ কৈ আৰু তাই ভাগৰিলে। মতা মানুহবোৰে একেবাৰে নুবুজে। কাম কৰি খুৱাবলৈ বোৱাৰী নালাগে নহয় তাইক! কথা এষাৰ পাতিবলৈকে তেওঁ মানুহ এজনী হ'ব! নহ'লেনো ঘৰখনত কোনে তাইৰ কথা মনত ৰাখে? বাপেক-পুতেক দুয়োটা দিনৰ দিনটো আলিয়ে পথাৰে ঘূৰি ফুৰিব। কিবা এটা ক'লে মুখেৰে দহবাৰ শলাগিব, কামত হ'লে একোৱেই নাই। বোৱাৰীজনী আনি ল'লে তাইও চাব নহয়।

ভবা কথা মনতে থাকিল, নেদেখোজনাই তাইৰ পেটমোচাটোকহে দেখিলে। থাপনাৰ ওচৰত চাকিটো জ্বলাবলৈ লৈ সুৰভিয়ে মুখৰ ভিতৰতে ভোৰভোৰাই থাকে "কিহতনো অপৰাধ লগালো হয়নে? কে'লেনো বিহ ঢালিছা? অতখন তেল ঢালিছোঁ তোমাৰ

চৰণত,—কাৰ আশাতনো হয়নে ? কিহতনো সন্তুষ্ট হ'বা তুমি ? ল'ৰাটোলে' চকু মেলি চোৱা প্ৰভু।"

তৰাণি সেনো পেপুৱা লাগিছে। কোন ফালেনো চাব এতিয়া ? ল'ৰাটো ল'ৰায়েই, সিফালে খেতিয়ে-খোলাই গৰুৱে-ছাগলীয়ে গোটেইখন তাৰ ওপৰতে। সৰুৱেই হওক, ডাঙৰেই হওক এৰাবাৰী অকণো আছে। তাৰ ওপৰত আকৌ তিনি বেলা তিনিকুৰি বেমাৰীৰ খবৰ কৰা মানুহ।

ইফালে ল'ৰাৰ ওচৰলৈ নগলেও নহয়, পথাৰলৈ নগলেও নহয়। লোকে ধান দাই শেষেই কৰিলে। তৰাণি সেনৰ ধাননো কেইটা ? সিও ঠোকতে সৰিছে। আকৌ চকিদাৰ হওক, পিওন হওক চৰকাৰী চাকৰিহে তেওঁ! লাগ বুলিলেই ৰজাঘৰে ছুটি নিদিয়ে নহয়। সি যেনিবা কলেই ছুটি লাগে বুলি বৰঘৰৰ বৰমানুহৰ তাৰ কথা শুনিবলৈ বুজিবলৈ সময়নো ক'ত ?

সুৰভিয়ে অতবোৰ বুজিবলৈ নাযায়। অতখন ঘতন-যতন কালৈ বুলিনো ? টিকেনলৈ বুলিহে তেওঁ! গতিকে এতিয়া টিকেনহে। বাকীবোৰ পাছ। পেটৰ পোৰ লগত ৰজাঘৰ-পজাঘৰ সকলো একে। ৰজাঘৰে তোমাৰ কথা নুশুনে যদি তুমিও ৰজাঘৰৰ কথা নুশুনিবা।

সেইবুলি, তেনেকৈ কলেই হ'বনে ? উচিত-অনুচিত, আগ-পাছ তৰাণি সেনে কিবা নুবুজেনে। তথাপি সি হ'ল মতা মানুহ। একে লাটতে দহ জোঁৰা মাৰিবলৈ তাৰ মন। বিপদত ধৈৰ্য্যহে কথা। বুঢ়ালোকৰ সজ বচন। কামৰ বাক্য সেইষাৰ। আৰু যিটো কাম যেনেকৈ কৰিব লাগে সি কৰিছে নহয়। মাইকী মানুহে তাক শিকাব নালাগে নহয়। মিজাজ উঠি আছে তাৰ।

"তইনো মতা মানুহৰ কথাত টেপেৰ টেপেৰকৈ মাত কে'লে' ? নিজৰ বোৰতে চকু থ'গৈচোন যা।"

তৰাণি সেনে তেনেকৈ গোজোৰা মাৰি কথা কলে সুৰভিৰ চকু

চলচলীয়া হৈ আছে। তাই তৰণি সেনে নুশুনাকৈ মুখৰ ভিতৰতে ভোৰভোৰায়, "একোতে মাত মাতিবই নোৱাৰি যদি, মোকনো গোটেই পৃথিৱীখনৰ কথা শুনায় কেলে' ? নিজে-নিজে ভাবি থাকিলেই হয় দেখোন !

পিছে সুৰভিয়ে বুকুৰ ভাবটো তেনেকুৱা নহয়। তেনেকুৱা ভাবত তৰণি সেনেও কথা নকয়। অকল কোচৰ চুকতে কিয়, গোটেই টোকোৰা গাঁৱৰ মানুহে জানে, দেখি আছে, তৰণিসেনে আনৰ লেখীয়াকৈ তিৰোতাৰ লগত কাজিয়া নকৰে। দুয়োটাৰে বৰ মিল। ভগৱানে হিচাপ কৰি মিলাই দিছে। সজৰ সজ গুণ দহজনে গাব।

বৰমেধিয়ে এবাৰ মেল সোধোঁতেও তৰণিসেনৰ উদাহৰণ দি থৈছে,—"হেৰ চকুৰ আগতে সেই হাল চা। দুয়োটা কেনে নৰম নৰম স্বভাৱৰ। সহ্য গুণ অলপ থাকিব লাগে। তেহে। কথাতে কয় নহয় বোলে মৰমেহে মৰম বোতলে।"

কথাষাব হ'লে একেবাৰে ধ্ৰুৱ সত্য। সিহঁত দুটা অলপটো মৰমতনো সেই বছৰেকীয়া সবাহ-ভাওনাৰ দিনা ৰাতি পলাই গৈছিল নে ? সেয়াও অলপ হাঁহি উঠা ঘটনানে ? তৰণি সেনে ভাওনাত সেনাপতিৰ ভাও এটাও দিছিল। দুবাৰ নে এবাৰ ৰাইজৰ মাজলৈ ওলালে। বচনো গালে,—"মহাৰাজ, নিষ্কণ্টক কৰিব পাৰোঁ কিচকিন্ধাৰ ৰাজসিংহাসন। আপুনি মাথোঁ আদেশ কৰক।

তৰণিসেনৰ মুখত বচনৰ ভাও দেখি নলান থাটৰ ফুল বাইটিৰ মিলিটেৰিত থকাটোৱে পঁচিছ টকীয়া পুৰস্কাৰ এটাও ঘোষণা কৰিলে। তাৰো কথা আছে অৱশ্যে। পিছে পিছৰ কোবত বৰবায়েনে খোলৰ চাপৰ মাৰি ভাৱৰীয়া মাতেহে মাতে, ভাৱৰীয়া নাই। কিচকিন্ধা নিষ্কণ্টক কৰিবলৈ তৰণিসেনক বিচাৰি পোৱা নগল। নাই ষি নায়েই। ছোঁ-ঘৰৰ ভিতৰত অন্য এখন ভাওনা

আৰম্ভ হ'ল। গোটেইখন তোলপাৰ লাগিল। সভাপতিয়ে বাৰে-বাৰে হাতযোৰ কৰি ৰাইজক ক্ষান্ত হ'বলৈ কৈছে, নাই, কোনে শুনে? সিফালে কিচকিন্ধাৰ সেনাপতি সেই ভাৰৰীয়াৰ সাজেৰেই পাঁচখন গাঁও পাৰ হৈ গৈ মাহীয়েকৰ ঘৰ পালেগৈ। লগত সেইজনী সুৰভি।

তেনে? তাইকনো এতিয়া তেনেকৈ গোজোৰা মাৰি কথা কলে চকু চলচলীয়া নহ'ব কেলৈ? পিছে খন্তেকীয়াহে এইবোৰ। পাকটো মাৰিয়ে সুৰভিয়ে মাতেই, "চাওঁ অকণ এইতে আহাচোন।'

বুজে। হাৰে হিমজুৰে তাই নিজৰ মানুহটোক বুজে। তাইকো এষাৰ নকৈনো বাৰু ক'ব কাক? এইহেনটো বিপদতো মানুহটোৰে তাইৰ আগত এবাৰলৈ যদি হুমুনিয়াহ কাঢ়ি দেখুৱালে? নাই, নেদেখুৱায়। কিজানি তাই ভয় কৰে? তাই কিবা নুবুজেনে সেই কথা? মুখত খালী সেই এটাহে কথা, "হ'ব হ'ব। চব ঠিক হৈ যাব। তই একো চিন্তা নকৰিবি। মই আছোঁ নহয়।'

সিফালে নিজৰ হ'লে ৰাতিও চকুৰ পতা জাপ নাখায়। তাই দেখি আছে নহয়। সেইবুলি আকৌ মুখতে নহয়, কামতো তেনেকৈহে দেই। ধাৰ হওক, ঋণ হওক ধনৰ মুখলৈ চোৱা নাই। দৰকাৰ হ'লে বোলে এৰা বাৰীকণকে বেচি দিব। হাৰ নামানে। এৰা বাৰীকণ যায় যদিও যাব। মনে-মনে ভালহে পাই তাই। এফুটমান কাপোৰ এখন বা দুখন, তাতে কতনো কষ্ট তাইৰ।

সেইবোৰ মাটি বাৰী যি হয় হৈ থাকক। তাইৰ ল'ৰাটো ভাল হ'লেই হয়। ল'ৰা ভাল নকৰাকৈ অৰশ্যে বাপেকে নেৰে। যিজন ডাক্তৰৰ ওচৰত টিকেনক নি থৈছেগৈ সেইজনে নোৱাৰিলে আৰু দেৱদূতৰ ওচৰলৈ গৈও লাভ নাই।

সেইজন ডাক্তৰৰ নাম নজনা মানুহ এইখন ভাৰস্তত নায়েই।

'বৰুণ ডাক্তৰ,—"ডাক্তৰ বৰুণ নাথ। মানুহজনৰ নামটোৰ আগে পিছে ঢেৰ উপাধি। ঢেৰ কিবা পাছ হেনো মানুহজন।

বাপেকে আকৌ ল'ৰাকো 'চৰকাৰী ছিভিল'ৰ যতে-ত'তে ৰখা নাই। টিকেন যিটো কোঠালিত আছে, সেইটোত আৰু কোনো নাথাকে, অকলে টিকেনহে থাকে। দুদিনমান বাপেক নহ'লে মোমায়েক আছিলগৈ। এইকেইদিন ৰাতি কোনো থকা নাই। নাথাকিলেও হয়। বে'লটো টিপিলেই নাৰ্ছ আছেই। বৰ সুবিধা। নহ'লে ল'ৰাটো এৰি তাই ঘৰত থাকেঁহি নেকি ?

দিনত অৱশ্যে তৰ্ৰাণ সেন সদায় যায়। টিকেনৰ লগৰবোৰতো আছেই দুই দিনৰ মূৰে-মূৰে সুৰভিও গৈ থাকে। যাবলৈ নাপালে তাই কোনো কাৰণ নোহোৱাকৈ টিকেনৰ কথা কৈ কান্দে। তৰ্ৰাণ সেনে লগে-লগে মৰমিয়াল জোকোৰা এটা মাৰে, কিন্তু পাছদিনা ৰাতিপুৱাই ঘৰৰ আগেৰে যোৱা নৱ মহৰীৰ 'মইনামাতী' নামৰ বাছখনত সুৰভিক টিকেনৰ ওচৰলৈ পঠাই দিয়ে।

টিকেনৰ ওচৰত থকা সময়কণত সুৰভিয়ে টিকেনক মূৰৰ পৰা ভৰিলৈকে পিটিকি-মোহাৰি দিয়ে আৰু মাজে-মাজে নিজৰ গতত এটা-দুটা প্ৰশ্ন কৰি থাকে, "তোৰ গাটো বেঁছিকৈ বেয়া লাগে নেকি ? ৰাতি কিবা দিকদাবি পাৱ নেকি ? কিবা খাবলৈ' মন গৈছে নেকি ? ডাক্তৰে তোক ভালকৈ' পিটিকি-মোহাৰি চায়নে ? কিবা বস্তু দৰকাৰ হ'লে বাপেকৰ আগতে কৈ পঠাবি আৰু। নোকোৱাকৈ' নাথাকিবি। ৰাতি সপোন চপোন দেখ নেকি ? ইত্যাদি-ইত্যাদি। টিকেনৰ কোঠালৈ ডাক্তৰ, নাৰ্ছ আহিলেও সুৰভিয়ে সোধাটোকে দহবাৰ সোধে। টিকেনৰ বেমাৰটোৰ বিষয়ে তাই খৰচি মাৰি লব খোজে। পিছে ইমানকৈ বুজাৰ পাছতো তাইৰ সন্দেহ থাকি যায়। ঘৰলৈ উভতি অহাৰ পাছত কোনোবাই

টিকেনৰ বেমাৰৰ কথা সুধিলেও দুধাৰি বোৱাই তাই কয়, "জানো কি হৈছে ল'ৰাটোৰ! শুকাই তেনেই জেওৰা খৰিডাল হ'ল। পালেঙৰ পৰা নামিবকে নোৱাৰে। মাতো যিটো মাতে সেইখিনিৰ পৰা এইখিনিলৈকে নুশুনি। ডাক্তৰে ভাল হ'ব ভাল হ'ব বুলি কোৱা এমাহেই হ'বহি এতিয়া।"

সুৰভিৰ মুৰত পানী ঢালিব লৈহে বাকী থাকে। এনেকৈ টিকেনৰ বেমাৰটোৰ বিষয়ে সম্পূৰ্ণ জ্ঞান তৰণি সেনৰো নাই। তাক মাথোঁ ডাক্তৰে কৈছে যে ভয় কৰিব নালাগে। বেমাৰটো দুৰাৰোগ্য নহয়। খালী পইচা কিছু বেছিকৈ খৰছ কৰিব লাগিব পাৰে।

কোনো কথা নাই। সেইজনা ডাক্তৰে ভৰসা দিছে যেতিয়া চিন্তাৰ কোনো কাৰণ নাই। ধনৰ কাৰণে তৰণিসেনে পৰোৱাই নকৰে। ধন আজি আছে, কাইলৈ নাই। আচল কথা হ'ল মানুহ। মানুহবোৰ ঠিকে থাকিব লালে। টিকেন আকৌ দুপদুপাই ফুৰিব পৰা হ'ব লাগে। পইচা যেনেতেনে যোগাৰ হ'ব। নহ'লে মাটিবাৰী যি আছে বেছি দিব। ভয় নকৰে তৰণি সেনে।

সাহস অৱশ্যে তৰণিসেনৰ থাকিবও লাগিব। নহ'লে সি চৰকাৰী চাকৰিটো লবগৈ নোৱাৰে। চহীটো কৰাৰ বাহিৰে সি একোকে লিখিব নাজানে। মাতৃভাষাটো যেনিবা পঢ়িব পাৰে। তাতো মাজে-মাজে খেলিমেলি লাগে। সোপাকে লেটিয়াই লৈ যায়।

সেইবুলি অন্য কোনো কথাতে তৰণিসেনে লেটিয়াই নুফুৰে। সেইবিধৰ মানুহ সি নহয় চিধা-চিধি। নগৰতে চাকৰি যদিও নগৰখনৰ আধা সি চিনি নাপায়। কামৰ মানুহ সি অবাৰত ঘূৰি ফুৰিবলৈ তাৰ সময় নাই। ল'ৰাৰ বেমাৰতো সি ঘূৰি ফুৰা নাই। চিধা-চিধি টিকেনক বৰুণ নাথৰ ওচৰলৈ গৈছে। পইচাৰ

কথা সি ভৰা নাই। ডাক্তৰ ভাল হ'ব লাগে। তেহে ল'ৰা ভাল হ'ব সেইটোৰেই। আচল কথা।

ডাক্তৰজন যেনিবা সঁচাকৈয়ে ভাল। দেখিলেই ভাল লাগে। বেমাৰ চোৱাৰ নামত এতিয়ালৈকে তৰণিসেনৰ পৰা এপইচাও নাই লোৱা। কেলৈ নাই লোৱা সেইটো ডাক্তৰৰ ব্যক্তিগত কথা। কিন্তু নাই লোৱা।

পিছে ৰাইজে কয়, ডাক্তৰৰ হেনো ধনৰ আকালটো অলপ বেছি। সেইবাবে তেওঁ হেনো অকল ধনীবোৰকহে বাছি-বাছি চায়। বাছি-বাছি চাই মানে, তেখেতে পাৰিশ্ৰমিক আন ডাক্তৰতকৈ বেছি লয় আৰু তেখেতে দিয়া দৰবৰ দামো হেনো বহুত বেছি। পিছে ডাক্তৰ নাথৰ ঘৰতহে বেমাৰীৰ ভিৰ বেছি।

তৰণিসেনৰ আকৌ এইজন ডাক্তৰক বাছি লোৱাৰ এটা কাৰণ আছে। এবাৰ তাঁহাতৰ অফিছৰ বৰ চাহাবৰ গাভৰু ছোৱালী-জনীৰ বৰ টান বেমাৰ হৈছিল। সাতোটামান ডাঙৰ-ডাঙৰ ডাক্তৰক দেখুৱালে, নাই, নোৱাৰিলে, কোনেও ছোৱালীৰ চকুকে মেলাব নোৱাৰিলে। শেষত এইজন ডাক্তৰে চাৰিদিনতে ছোৱালীক বিছনাৰ পৰা তুলি দিলে। তেহে?

পিছে প্ৰথম দিনা টিকেনক লৈ তৰণি ডাক্তৰৰ কোঠাটোলে সোমাই যাওঁতে ডাক্তৰে তাক কোঠাৰ পৰা উলিয়াই দিছিল। "আপুনি বেমাৰী নেকি? মই ইয়াত বেমাৰীহে চাম। আপুনি বাহিৰত ৰওক।"

তৰণি সেনে মাত মাতিবলৈকে নাপালে, কোনোবা এজনে তাক বাহিৰত থৈ ভিতৰৰ পৰা দুৱাৰখন বন্ধ কৰি দিলে। তৰণিসেন থৰ লাগিল। গোটেই বাটতো সি ডাক্তৰক কথাবোৰ কেনেকৈ কব সজাই পৰাই আহিছিল। এতিয়া গোটেইবোৰ খেলিমেলি হৈ থাকিল। তাৰ ফুকলীয়া ল'ৰাটোৰে এতিয়া কথাবোৰ বুজাই কব পাৰিব জানো? কি বা কৰে সি? পাৰিব লাগে অৱশ্যে। খালী ভয় নকৰিলেই হয়।

পিছে কিছুবেলিৰ মূৰত যেনিবা দুৱাৰখন খুলি ডাক্তৰে তাক ভিতৰলৈ মাতি নিলে। তেওঁ সি কি কাম কৰে, ঘৰত আৰু কোন-কোন আছে, ঘৰ ক'ত, খেতি-বাতি আছেনে নাই, কিমান আছে, গোটেইবোৰ সুধিলে। তৰণিসেনৰ মনটো ভাল লাগি আহিল। ডাক্তৰে তাৰ হাতত দৰবৰ কাগজখনৰ লগতে আৰু এখন কাগজ দি কলে, "কাইলৈ হস্পিটেললৈ আহিবা। আগবেলা। চিনি পোৱা নহ'য় ? ল'ৰাক লগত লৈ আহিবা। দুদিনমান থাকিব লাগিব। মই দিয়া কাগজখন লগত লৈ আহিবা। যোৱা।

তৰণিসেনে জেপত হাত ভৰাই খকৰ-মকৰ কৰিবলৈ ধৰিলে। পিছে জেপৰ পৰা হাত উলিয়াবলৈ নহ'লেই। ডাক্তৰে ক'লে,—"হ'ব, হ'ব। সেইকেইটা পইচাৰে এতিয়া দৰব কিনাগৈ। মোক দিবলৈ ঢেৰ সময় পাবা।"

সেয়াই আৰম্ভ। তাৰ পাছত তৰণিসেনে ডাক্তৰক দুবাৰকৈ দুখন এশটকীয়া নোট আগবঢ়াই দিছিল। ওহোঁ, ডাক্তৰে নল'লে। ডাক্তৰে তাৰ নিচিনাবোৰৰ পৰা পইচা নলয়েই নেকি ? একালত বোলে ডাক্তৰো বৰ দুখীয়া আছিল। সেইকাৰণে তাৰ দুখ বুজিছে নেকি ? জানো।

দেখাত ডাক্তৰ চুটি-চাপৰ গাঠলু মানুহ। মুখখনলৈ চালে কিবা এটা ভাল লাগে। কিহতনো ভাল লাগে ধৰিবকে নোৱাৰি। অনবৰতে হাঁহিমুখীয়া হৈ থাকে। পিছে তাৰ মাজতে গহীন ভাবটো ধৰিব পাৰি।

ডাক্তৰ বিবাহিত। আদৰ কায়দাবোৰ দেখিলে বিয়া নকৰোৱা মানুহৰ দৰেহে লাগে। ডিব্ৰুগড়ৰ ছোৱালী বিয়া কৰাইছে। বেছ ধুনীয়া। ধুনীয়া হৈ থাকেও। এজনী ছোৱালীৰ মাক এতিয়া ছোৱালীজনীৰ বয়স তিনি বছৰমান হ'ব।

দেখাত ডাক্তৰৰ সাংসাৰিক জীৱন বেছ সুখৰেই বুলিব পাৰি। ধনৰ অভাৱ নাথাকিলেও মনৰ অভাৱ বহুত কম থাকে অকি'!

সেইবুলি কথাটো ইমান সহজতে সামৰি থব নোৱাৰি। মানসিক অসুবিধা অলপ দুয়োৰে আছে। থকাটো স্বাভাৱিক। কাৰণবোৰো স্বাভাৱিক।

মিছেছ নাথ শিক্ষিতা মহিলা। শিক্ষিতা আৰু আধুনিকা, মহিলা বুলি তেখেতে আনক বুজাবও পাৰে। তেখেতক লগ পালে তেনে এটা আকাংক্ষা ধৰা পৰে। বোধকৰোঁ নিজকে তেনে এটা পৰিবেশৰ মাজলৈ নিবলৈ তেখেত বৰ ইচ্ছুক, কিন্তু নিব পৰা নাই। কলৈ যাব? একো বিচাৰি পোৱা নাই। নিজকে ভালকৈ প্ৰস্তুত কৰিবও পৰা নাই। এটা বৰ আচৰিত পৰিবেশে যেন চেপি ধৰি ৰাখিছে। শেষত এটা চাকৰিৰ চিন্তাকে হয়তো কৰি পেলায়। কিন্তু ইমান বেছি সময়ে তেখেত ব্যস্ত হ'ব নোখোজে আৰু নোৱাৰেও। দিনবোৰে এনেকৈয়ে গৈ আছে দেখোন। অমুকলৈ যাম তমুকলৈ যাম কৰেহে কৰে, ডাক্তৰ নাথৰ আজৰিয়েই নোলায়। ছোৱালীজনী মাজলৈ অহাৰ পৰা তেওঁ কেলেণ্ডাৰত তাৰিখ চাই বহি থকাৰ পৰা অলপ ৰক্ষা পাইছে।

বৰুণ নাথৰ মনৰ ভাববোৰ বোধকৰোঁ ওলোটা। তেখেতে এনে এটা ব্যস্ততা, এনেকুৱা এটা জীৱন বোধকৰোঁ বিচৰা নাছিল। হৈ গল এনেকুৱা উপায় নাই তেখেতৰ। কি কৰিব? ঘৰতে বহি-বহি বেমাৰী চাব আৰু পইচা বুটলিব। চৰকাৰী চাকৰিটোৰ নামত-সময়ে-সময়ে পাক মাৰিব আৰু দৰমহাটো লব। হৈ গ'ল। বেচ সহজে চলিও আছে আৰু আজৰিও নাই। নচলি উপায় নাই তেখেতৰ। আৰুনো কি কৰিব?

বৰুণ নাথৰ এই আৰু একো কৰিবলৈ নথকাটোৱেই অশান্তি। চাকৰি কৰি বেয়া পাইছে তেখেতে। একো নাই। ব্ৰেইন ৱৰ্ক বঢ়াবলৈ একো সুবিধাই নাই। বেমাৰীৰ অভাৱ নাই, মেছিন, সা-সৰঞ্জাম দৰব এইবোৰৰহে অভাৱ। সেইবোৰৰ অভাৱত বেমাৰী মৰি যায়। মৰি আছে। নমৰিব লগা বেমাৰীও মৰে। ডাক্তাৰ

হে সকলো জনাৰ পাছতো তেখেতে চাই থাকিব লাগে। অথচ কৰিবলৈ একো উপায় নাই। এবাৰো মাতিব নোৱাৰে। ছিক্ৰেছি মেনটেইন' কৰি থৈ দিব লাগে।

ঘৰতে বহি-বহি পইচা বোটলা কামটোও তেখেতে আচলতে ঠিক নাপায়। পিছে নকৰি নোৱাৰি। সকলোৱে সেইটোকে কৰে। আৰু কি কৰিব? একো কৰিব যেতিয়া নোৱাৰিলেই দুটামান পইচাকৈ কৰোঁ। এসাজ ভালকৈ খাওঁ।

গুণ আছিল মানুহটোৰ ৰাপো আছিল বহুতত। পিঠিত মোহৰ মাৰিব পৰাকৈ কিবা এটা নাছিল, তথাপি এতিয়াতকৈ তেতিয়া তেখেত বেচ ভালদৰে আছিল। তেতিয়া মানে সেই পঢ়ি থকা দিনত।

ধনৰ অভাৱ অলপ আছিল। কিন্তু বাকীবোৰৰ নাছিল। ছাত্ৰাবাসৰ সেই দীঘলীয়া জীৱন,—কতা, আমনিতো লগা নাছিল তেওঁৰ! ছবি আঁকিছিল, গান শুনিছিল, খেল চাইছিল, খেলিছিল, আৰু আড্ডা,—আড্ডা দিছিল। আঃ, কেনেকুৱা 'জমি আছিল সেই দিনবোৰ।'

বহুত ডাক্তৰ বন্ধুৰ কিজানি বৰুণ নাথলৈ এতিয়াও মনত পৰে। সকলোকে বৰ আনন্দ দিব পাৰিছিল নাথে। মানুহটোৰ স্বভাৱেই তেনেকুৱা আছিল। ৰুচিবোধো আছিল কেনে আচৰিত।

ইমৰান খানৰ ক্ৰিকেট, ৰাজেশ খান্নাৰ অভিনয় আৰু কিশোৰ কুমাৰৰ গান পগলা সেই বৰুণ নাথ! কেনেবাকৈ কোনোবা এজনক বেয়া বুলি কলেই হ'ল। নাথে ঘোৰ শত্ৰুৰ দৰে কাজিয়া কৰে। ছাত্ৰাবাসত তোলপাৰ লাগি যায়। প্ৰথম বাৰ্ষিকৰ ছাত্ৰ হ'লেটো তাৰ বিপদেই।

কেতিয়াবা নাথে কোঠাৰ দুৱাৰ মাৰি ছবি আঁকিবলৈ বহে। কাকো সোমাবলৈ নিদিয়ে। কাণত কিশোৰৰ গান, নাথে পৃথিৱীৰ কথা পাহৰি যায়।

গধূলি নাথৰ কোঠাত ল'ৰাৰ ভিৰ। কি ছবি আঁকিলে? পাঁচ-খন বেলেগ বেলেগ মডেলৰ বাছ।

"বাছ? বাছৰ ছবি? বাছৰ ছবি কেলৈ আঁকিলে?"

নাথৰ বৰ সহজ উত্তৰ, "মই বাছৰ ছবি আঁকি ভাল পাওঁ।"

বাছ? কৰা কি কৰা।

"সেইবুলি আপুনি গোটেই দিনটো বাছকে আঁকিলেনে?"

"সেইটো প্ৰশ্ন কৰাৰ অধিকাৰ আপোনাৰ নাই। আপুনি গোটেই দিনটোত 'বেবি ছাইকেল' এখন আঁকিব পাৰিব? মই পাঁচ-খন বাছ আঁকিছোঁ।" পাঁচখন গতিশীল বাছ।

নাথে কিজানি বাছ আৱিষ্কাৰ হোৱাৰ পৰা এতিয়ালৈকে ওলোৱা সকলো বাছৰ ছবি আঁকি থৈছে।

এই ধৰণৰ স্বভাৱগত কাৰণতে গধূলিৰ আড্ডাত নাথ নাথাকিলে ভাল নালাগে। পৃথিৱীৰ সকলো দোষ নাথে নিজৰ গাত সানি লৈ ঘটনাবোৰ বৰ্ণনা কৰি যায়।

এবাৰ বাছপ্ৰেমিক নাথে গুৱাহাটীৰ পৰা জাগিৰোডলৈকে বাছৰ শব্দটো টেপ কৰি আনিলে। নতুন বস্তু এটা শুনাম বুলি সেইটো আড্ডাত বজাই দি নাথ হ'ল নিপুণ ড্ৰাইভাৰ। এঘণ্টা সময় নাথে ভাও দিলে। হেন্দিমেনৰ পৰা 'চুথা' খুজি খোৱাৰ পৰা ৰাস্তাৰ মাজতে গাড়ী ৰখাই বেলেগ বাছৰ ড্ৰাইভাৰৰ লগত কথা পতালৈকে।

কোনে পাহৰিব সেই বৰুণ নাথক। গধূলিৰ সেই আড্ডাৰ নামেই হৈ গৈছিল 'বৰুণৰ আড্ডা'। ল'ৰাবোৰে আড্ডাৰ পৰা উভতি গৈ নিজৰ কোঠাত কয়, "এ অলপ বৰুণৰ বৰষুণত তিতি আহিলো।"

এইজন বৰুণ নাথৰে আজি আড্ডা দিবলৈ সময় নাই। ছবি আঁকিবলৈ, গান শুনিবলৈ, খেল চাবলৈ একোলৈকে সময় নাই। বৰ ব্যস্ত ব্যক্তি তেখেত। অথচ সেই ব্যস্ততাত তেখেত নিজে সুখী নহয়। একেবাৰে সুখী নহয়।

সেয়ে ডাক্তৰ নাথে মিছেছ নাথৰ আগতে ৰাতি এডোখৰলৈকে কিবা-কিবি বলকি থাকে। সেইবোৰৰ একো লাগ-বান্ধ নাই। মুহূর্ততে প্ৰসংগ সলনি হৈ যায়। ডাক্তৰ নাথে কথাবোৰ কৈ নিজেই দুখ কৰে। নিজেই হাঁহে। মিছেছ নাথে ওঁ-আঁ কৰি থাকে। একোকে মন দি নুশুনে। কেতিয়াবা টোপনিয়েই যায়গৈ।

ডাক্তৰ নাথে সেইটোও জানে। তথাপি কিবা-কিবি বলকি থাকে। গছৰ মূঢ়াৰ দৰে হ'লেও কব নোৱৰা কথাবোৰ কবলৈ মানুহ যে পাইছে তেখেতে। 'ছিক্ৰেছি মেনটেইন' কৰাৰ কথা নাই অন্ততঃ।

কেনেবাকে দৰবৰ অভাৱত বা তেনেকুৱা কাৰণত বেমাৰী মৰিলে ঘৰত নাথৰ লম্ফ-ঝম্ফ অলপ বেছি হয়। মিছেছ নাথেও সেইদিনা গুৰুত্ব সহকাৰে কথাবোৰ শুনে। পাছত মগজটো ঠাণ্ডা হ'লে নাথে নিজকে নুবুজা হৈ যায়। বৰ ভাগৰুৱা অনুভৱ কৰে।

তেনেকুৱা বেমাৰীক নাথে নিজ হাতেৰে কিমান গ্লু'কজৰ বেজি দিছে। হিচাপ নাই নাথৰ। কিমান শুদ্ধকৈ তেখেতে জানে এই বেমাৰী মৰি যাব আৰু তাতকৈও শুদ্ধকৈ তেখেতে জানে সুবিধা পালে ডাক্তৰী বিজ্ঞানমতে এই বেমাৰীক ভাল কৰিব পৰা যাব! নিৰুপায় তেখেত। শেষত এটাই বাক্য থাকি যায়,—"কৰিব পৰাখিনি তেখেতে কৰিছে।"

বেমাৰীৰ অভিভাৱককো কথাবোৰ বুজাব নোৱৰা অৱস্থা এটা আহি পৰে। দিল্লী-মাদ্ৰাজৰ কথা ক'লে ষাঠি-সত্তৰ হাজাৰ টকাৰ কথা এটা আহে। অথচ অভিভাৱকে এশ টকাৰ দৰব কিনি দিব নোৱাৰে। কব খোজা কথাবোৰ ডাক্তৰৰ ডিঙিৰ ওচৰত লাগি ধৰে। অভিভাৱকে ডাক্তৰক ভগৱান জ্ঞান কৰে।

তৰুণিসেনৰ পৰাও বৰুণ নাথে সেইবাবেই পইচা লোৱা নাই।

পইচা লব তেখেতে নোৱাৰে। ইমান অমানুহ নহয় নাথ। কথাটো তেখেতে নিজেই সহ্য কৰিব পৰা নাই। সেইহেনটো ডেকা ল'ৰা। তাকো মাক-বাপেকৰ একমাত্র ! কেনেকৈ চাই থাকে ?

বহুত ভাবি-গুণি সময় থাকোঁতেই কওঁ-নকওঁ কৈ ডাক্তৰে এদিন তৰণিসেনক আচল কথাটো বুজাই কলে। দিল্লীৰ ফালে লৈ যোৱাৰ কথাও কলে। পইচাৰ কথাও কলে। লিখা-পঢ়া জনা মানুহ এজন লাগিব বুলিও কলে।

তৰণিসেনে কেঁচুৱা ল'ৰাৰ দৰে ডাক্তৰৰ আঁঠু দুটাৰ মাজতে মুৰটো সুমুৱাই পাৰেমানে কান্দিলে। ডাক্তৰেও পাৰেমানে বুজালে,—"ওঠা, নাপায় উঠা। উঠাচোন। কান্দিলে কিটো পাবা ? মতা মানুহ। সাহস কৰিব লাগে। এতিয়াও বহুত সময় আছে। মই আছোঁ নহয়। অলপ ঘুৰি-পাকি যত্ন কৰি চোৱা। অলপ পইচা যোগাৰ হ'লেও ল'ৰাটো লৈ যাব পাৰিবা। হওক-নহওক চৰকাৰী চাকৰি এটা আছে তোমাৰ। সাহস কৰিব পাৰা।"

তৰণিসেনে কি বুজিলে, কি ভাবিলে ডাক্তৰে একো ধৰিব নোৱাৰিলে। ধৰিব পাৰিবলৈ তৰণিসেনে কিবা কথা কলেহে। তাৰ মুখত মাত এষাৰ নোলাল। ভো-ভো কৰে ওলাই গুচিহে গ'ল।

সেই তেতিয়াৰ পৰাই মানুহটো টাকুৰি ঘূৰাদি ঘূৰিছে। পইচা লাগে। বহুত পইচা লাগে তাক। টিকেনক সি ঘৰলৈ লৈ গ'ল। মিছাকৈ খৰচ বাঢ়িব নালাগে। লিখা-পঢ়া জনা মানুহ এজনো যোগাৰ হ'ল। মোমায়েক যাব। মাষ্টৰ মানুহ। নিজেই যাম বুলি কৈছে। তৰণিসেনেও সঁচাকৈ টাকুৰি ঘূৰাদি ঘূৰি চাৰিবছু হাজাৰ টকা যোগাৰ কৰিলে। অফিছৰ কৰ্মচাৰী সকলেও পাঁচহাজাৰ টকা তুলি দিলে। তৰণিৰ মনৰ জোৰ বাঢ়ি গ'ল। পাৰিব সি। বাকী এৰাবাৰীকণ বেচিব পাৰিলে হে যাব লাগে।

ভাল মানুহ এটা ওলালেই হয়। বৰ্তমান মোমায়েকে টিকেনক লৈ আগবাঢ়ক সি আৰু অলপ পইচা যোগাৰ কৰি দুদিন পাছত যাব। সি ওলাবগৈ যেনেতেনে। মতা মানুহে সাহস কৰিব লাগে।

গোটেইবোৰ যা-যোগাৰ ঠিক কৰিহে তৰণিসেন ডাক্তৰৰ ওচৰলৈ গ'ল। ডাক্তৰে দিল্লীলৈকে যাবলৈ ক'লে। কাগজপাতিবোৰো ঠিক-ঠাক কৰি মোমায়েকক বুজাই দিলে। কেনেকৈ কি কৰিব লাগিব তাৰো আভাস দিলে। কোনোবা চিনাকি ডাক্তৰ এজনলৈ চিঠি এখনো লিখি দিলে। শেষত তৰণিসেনক যোৱাৰ আগতে আকৌ এবাৰ লগ কৰি যাবলৈ কলে।

সুৰভিৰ আক' সেই কেইদিন কান্দিবলৈও সময় নাইকিয়া হ'ল। তৰণিসেনে টোপোলা যিমান পাৰে কম কৰিবলৈ কৈছে। সিফালে সুৰভিয়ে টিকেনৰ অলাগতীয়াল বস্তু বিচাৰিয়েই নাপায়। পাৰিলে গোটেই ঘৰখনৰ বস্তুকে লগত দি পঠাবলৈ তাইৰ মন। কিবা খেলি-মেলি হৈ গৈছে তাইৰ। পাগঘৰতে সোমাই নিমখৰ বদলি চেনিত হাত দিয়ে। কটাৰীখন বিচাৰি টিকেনৰ কোঠা পায়গৈ। পাকটো মাৰিয়ে টিকেনৰ কপালখনত হাতটো দি চায়গৈ।

এনেকৈয়ে, খেলি-মেলিৰ মাজেদিয়েই সেই সময়টো আহি গ'ল। ৰাতি ন বজাৰ ৰেলত টিকেনহঁত যাব। ষ্টেছনলৈ নিবলৈ বিহগুটিৰ জোৱায়েকৰ টেক্সিখন আহিল। অকল তেলৰ পয়চা-কেইটা দিলেই হ'ব। বাকী পইচা আৰু দিব নালাগে। গাঁৱৰ টিকেনৰ লগৰবোৰো বিদায় দিবলৈ ষ্টেছনলৈ গ'ল। ছাইকেলৰ শোভাযাত্ৰাই হ'ল বুলিব পাৰি। নাযাবনো কেলৈ? সিহঁতৰ মাজৰ খেলৰ ল'ৰা টিকেন। সিহঁতেহে আৰু গাঁওখ গাঁও কৰি ৰাখে।

ৰেলখন একেবাৰে নেদেখা হোৱালৈকে গোটেই গালে গালে হাত দাঙি থাকিল। তৰণিসেনে বৰ দীঘল উশাহ এটা ললে।

তাৰ জীৱটো এতিয়াহে ঘূৰি অহা যেন লাগিল। হৰিভকত কণবপাই কলিতাই তালৈ তামোল এখন আগবঢ়াই দিলে। সি তামোলখন লোৱাৰ আগতে হাত দুটাৰে মুখখন এবাৰ মোহাৰি ললে।

সুৰভি নগল। ঘৰতে থাকিল। নিজেই নাযাওঁ বুলি কলে। ঘৰৰ মানুহ ইমান দুৰলৈ ওলাই গলে দুৱাৰত ডাং লগাব নাপায়। পিছে ল'ৰাটো ঘৰৰ পৰা উলিয়াই পঠাই তাইৰ চকু নোবে৷ৱাই হ'ল। সিফালে ওচৰত বহি থকা কেইজনীয়ে তাইক বুজাওক ছাৰি কান্দুৰী-মেল পতাতহে লাগিল।

কান্দুৰী-মেলখন ছেগা চোৰোকাকৈ তিনিদিনমানলৈ চলিয়েই থাকিল। শেষলৈ তৰণিসেনে ভাবিওৱা হেন সুৰেৰে কবলৈ ললে, "উঠ উঠ বুলিছোঁনে? সেইখন কিহৰ ফেউ-ফেউ কৰি দেখুৱাবলৈ আহিছ হুঁ? হেৰ তোৰ পুতেৰে দিল্লীহেন ঠাইত বেমাৰ দেখুৱা-বলৈ গৈছে, তই গপতে গঙাটোপটো হ'বহে লাগে। উঠ।"

উঠা-বহা, ঘূৰা-পকা কৰি তৰণিসেনো ভাগৰি পৰিছে। তথাপি দম নেৰে সি। এৰাবাৰিকণৰ বন্দবস্ত এটাও হৈছেহে। পইচা-কেইটা পালেই ডাক্তৰক লগ কৰি সি যাবগৈ। আৰু কিমান পইচা দৰকাৰ হ'ব পাৰে সেই খবৰটো টিকেনৰ মোমায়েকে পঠাব। ইতিমধ্যে চাগৈ পঠালেই।

টোকোৰা গাঁৱৰ ৰাইজেও তৰণিসেনক আকৌ এবাৰ নতুন ৰূপত চিনি পালে। তাৰ ধৈৰ্য আৰু সাহসৰ শলাগ ললে। ঠিক বেটা। সেইকাৰণেই কয় বোলে মানুহে কৰিব নোৱৰা কি আছে?

একেটা কথাকে ডাক্তৰ বৰুণ নাথেও ভাবিলে। সঁচাকৈয়ে লিখা-পঢ়া নজনা মানুহ এটাই অতখিনি যোগাৰ কৰা, ইমানখিনি সাহস কৰা ধেমালি নহয়। কিমান জনা-বুজা মানুহে সেইখিনি সাহস নকৰে। এৰা আচলতে অকল টকাই নহয়, মানুহৰ মনৰ জোৰটোও বৰ ডাঙৰ কথা। বৰুণ নাথে মনে-মনে ঠিক কৰিলে,

মানুহটোক তেৰোঁ দুটামান পইচা দি পঠাব। দিল্লীলৈকে টিকেটটো কাটি দিলেও এইবিলাক মানুহৰ বহুত সহায় হয়।

পিছে সিমানখিনি কৰিবলগীয়া নহ'ল। কেইদিনমান পাছত ভুৰভুৰীয়া ডাড়ি আৰু জপৰা চুলি একোচাৰে তৰণিসেন ৰাতিপুৱাতে ডাক্তৰৰ ওচৰ ওলালহি। হাততে এৰীয়া চাদৰ এখন টোপোলা বান্ধি আনিছে। ডাক্তৰৰ ওচৰত ঢেৰ মানুহ। চিনাকি বাবে মাজতে একোবত সি সোমাল। ডাক্তৰে হাঁহি এটা মাৰি তাক যোৱাৰ কথা সুধিলে। তৰণিসেনে ঠাইতে জুপুকা মাৰি বহি পৰিল। তাৰ পাছত একেথৰে ডাক্তৰৰ চকুলৈ চাই ৰল। তাৰ চাৱনিটো ডাক্তৰৰ বৰ আচহুৱা লাগিল। সুধিব খোজোঁতেই তৰণিসেনে ডাক্তৰলৈ এৰীয়া চাদৰখন আগবঢ়াই দি কলে,—"ছাৰ কৰিব পৰাখিনি কৰিলো। বাকীখিনি তেৰাৰ ওপৰত। তেৰাই জ্বলা জুইত ঘিউ ঢালিলে। ল'ৰাটো ঘূৰি নাহিল। মোমায়েকে ভাগিনীয়েকৰ পোৰা হাড় দুডালমান লৈহে ওলাইছেহি। এতিয়া মোক মাকজনীয়েহে আপোনাৰ ওচৰলৈ পঠালে। এই চাদৰখন দিবলৈ। তাই নিজে বোৱা। আপুনি আগতেও একো নললে। এইখন আপোনাক যেনেতেনে দি যাবলৈ কৈছে। মৃতকৰ বোলে ধাৰ থাকিব নাপায়।

তৰণিসেনৰ চকুত চকু পানী নাই। মাততো জড়তা নাই। সি নিজৰ গতত কথাবোৰ কৈ হাতযোৰ কৰি কোঠাৰ পৰা ওলাই গ'ল। তাৰ ধৰণ-কৰণ দেখি কথা বতৰা শুনি ডাক্তৰৰ তধা লাগিল। কিবা এযাৰ কোৱাটো দূৰৰে কথা। তৰণিসেন চকুৰ আগেৰে ওলাই গ'ল। ডাক্তৰৰ ৰবাচোন বুলি কবলৈ শক্তি নহ'ল।

তৰণিসেন ওলাই গলত ডাক্তৰে দুৱাৰ খনৰ ফালে চালে। হাতেৰে এৰীয়া চাদৰখন মুঠি মাৰি ধৰিলে। খৰখৰীয়া চাদৰখনত শব্দ এটা হ'ল। শব্দটোৰ পাছতে ডাক্তৰৰ পিয়ন ল'ৰাটো সোমাই আহিল,—"ছাৰ!"

ডাক্তৰে তালৈ চালে। পিছে তাক একো নকলে, তাৰ মুখলৈ চাই তেখেতে তৰণিসেনৰ কথাকে ভাবি থাকিল। হাত দুখনে চাদৰখনৰ বিভিন্ন অংশ চুই চালে। সেই স্পৰ্শৰে ডাক্তৰে অনুভৱ কৰিলে এইটো সঁচাকৈয়ে এটা দুৰ্লভ উপহাৰ নে এপাট তীক্ষ্ম শেল? তেওঁক বাৰু এজন মুক্ত মানৱে কাণে-কাণে কিবা কৈ গ'ল নেকি? যাব বাবে তেওঁ দুৰ্বল অনুভৱ কৰিছে? তেওঁৰ অৱস্থাটো বাৰু এটা লেতাৰ পৰা ওলাব নোৱৰা পলুটোৰ নিচিনা হৈছে নেকি?

"ভাল ছাৰ, বঢ়িয়া চাদৰ ছাৰ।"

ডাক্তৰে তেতিয়াহে গম পালে তেওঁ চাদৰখন ল'ৰাটোৰ ফালে মেলি ধৰি আছে। ডাক্তৰে চাদৰখন জাপিবলৈ ধৰিলে। ল'ৰাটোলৈ চাই হাঁহি এটা মাৰিবলৈ যত্ন কৰিলে। চাদৰখন কোনেও নেদেখাকৈ টেবুলৰ তলফালে লুকুৱাই পেলাবলৈ যত্ন কৰিলে। পিছে সেইখন একেবাৰে নেদেখা কৰিব নোৱাৰিলে। বহি থকা চকীখন অকণমান আগলৈ টানি ললে। পোন হৈ বহিল। তাৰ পাছত বৰ গহীনকৈ ল'ৰাটোলৈ নোচোৱাকৈয়ে কলে, "নেক্সট্।"

# এই জুই জ্বলিছে

"দেশ বুলিলে আদেশ নেলাগে"
"এই জুই জ্বলিছে-জ্বলিবই"
"তেজ দিম-তেল নিদিওঁ"

এইবোৰকে লৈ গাঁওখনৰ একেবাৰে সৰু-সৰু ল'ৰা-ছোৱালী-বোৰে "ছাত্ৰসংস্থা-ছাত্ৰসংস্থা" নামৰ খেল এটা খেলে। দুটামানে এইবোৰকে গাই-গাই শোভাযাত্ৰা কৰে। দুটামানে হাতত মাৰি একোডাল লৈ সিহঁতক খেদি যায়। যিটোৰ গাতে মাৰিডাল লাগে, সেইটোৱে লগে লগে মাটিত চিৎ হৈ পৰি দিয়ে। ইয়াৰ পাছতে গোটেইবোৰে পৰি দিয়াটোৰ চাৰিওফালে থিয় হৈ চিঞৰে,

"আমি তুমি হ'ম—আমি তুমি হ'ম।"

সেইটোৱেই সিহঁতৰ খেল। পিছে এইটো খেল সিহঁতে যাৰে-তাৰে পদূলিত নেখেলে। খেলিব নোৱাৰে। ডাঙৰবোৰে 'হেই-হেই আঁতৰহঁত' বুলি খেদা ধৰে। সেয়ে এইটো খেল সিহঁতে অকল বুঢ়া সোমেশ্বৰ কাইটিৰ পদূলিতহে খেলে। কাইটিয়ে সিহঁতক খেদা নধৰে। চোতাললৈকে দপদপাই-পিটপিটাই ফুৰিলেও একো নকয়। বাৰিতে পৰিলে কৌতিয়াবা কল-বন একোটা খাবলৈহে দিয়েহি। খালী বেলি ডুবাৰ লগে-লগে আটাইবোৰ ঘৰলৈ যাব লাগিব। কাৰো আজলমঠালি নচলিব।

সোমেশ্বৰ কাইটি গাঁৱৰ সকলোৰে কাৰণে 'কাইটি'য়েই। কাইটিটো তেওঁৰ বাবে বৰ অৰ্থবহ সন্মানীয় বিশেষ নাম।

"কাইটি এই বিষয়ে তই কিবা এটা ক।"

"কাইটি কেনি ওলালি ?"

"কাইটি গধুলি পাক এটা মাৰিবাচোন।"

"কাইটি তুমি নাথাকিলে কেনেকৈ হ'বহে ?"

এই আৰু। কাইটি কাইটিয়েই। তেওঁ বুঢ়াও নহয়, সোমেশ্বৰো নহয়।

ডৰ কৰে। কাইটিক গাঁৱৰ সকলোৱে ডৰ কৰি চলে। কাইটিৰ পৰা সকলোৱে অকণমান মৰম আশা কৰে। কাইটি নামটো এটা দুৰ্লভ মৰমৰ নামহে। আনৰ কাৰণেও, কাইটিৰ কাৰণেও,—বৰ সোৱাদ লগা।

ক-খ-ম-ম কাইটিয়ে একোকে নাজানে। লোকে গোৱা শুনি-শুনি ভাগৱত কীৰ্ত্তনৰ কিছু মুখস্থ হৈছেগৈ। তথাপি কাইটিৰ কথা ; তেওঁৰ সিদ্ধান্তৰ ওজন আছে। কাৰণ কাইটি অভিজ্ঞতাৰ বুঢ়া। বহুত দেখিছে তেওঁ। কাইটিৰ সকলোতকৈ ডাঙৰ গুণ—তেওঁ বৰ সৰল। কথাবোৰ চিধা-চিধি কয়। আৰু তাৰো এটা বৰ সুন্দৰ গত আছে। ভাল লাগে। খালী কাইটিৰ দোষ এটাই। তেওঁ একো কথা নাজানো বুলি নকয়। সকলো কথা জানো বুলি কয়। "এ, থ-থ মোক বুজাব নালাগে।" এই ধৰণৰ।

কাইটিৰ সংসাৰ বৰ সৰু। নিজে আৰু ডেকা পো-নাতি লৱণ। ঘৰখনত সেই দুটাই প্ৰাণী। ৰাগ-জাল নাই। হাই-উৰুমিও নাই।

বিদ্যালয়ৰ শিক্ষা লৱণৰো তেনেকৈ নহ'ল। সৰুৰে পৰা খেতি-খোলাতহে তাৰ মন বেছি। কাইটিয়েও নাতিৰ কোনোটো ইচ্ছাতে বাধা নিদিয়ে। দিব নোৱাৰে। টানকৈ কিবা এষাৰ ক'বলৈকে তেওঁৰ জিভা দোৰোল নাথায়। আলাসৰ লাৰু। আগলৈ নাই, পাছলৈ নাই, এটাই মাত্ৰ। ভাগ্যত যি আছে হ'ব। থকাসোপাকে কৰি খাব পাৰিলেও বহুত হ'ব। খাই শেষ কৰিব নোৱাৰিব।

খাই শেষ কৰিব নোৱাৰেও হয়। ভঁৰালৰ ন-ধান চুবলৈকে নহয়। পুৰণি ধানেই শেষ কৰিব নোৱাৰে। লৱণ বৰ কৰ্মী

ল'ৰা। কাইটিৰ ফুটতে উঠিছে। তাৰ চেহেৰাটো যেনেকুৱা গজগজীয়া, তাৰ কামো তেনেকুৱা।

চেহেৰাটো চাই লৱণৰ মাতটোও বৰ গৰগৰীয়া। সেইবাবে গাঁৱৰ বছৰেকীয়া ভাওনাত তাক মূল দৈত্যৰ ভাওটো দিবলৈ দিয়া হয়। সি বচন গালে বোলে এমাইল দূৰলৈকে তাৰ মাতটোৱে গৰগৰাই থাকে। পিছে তাৰ সঁচা মানুহটোৰ গাত দৈত্যৰ স্বভাৱ একেবাৰেই নাই। যোৱা দুবছৰে আক' বছৰেকীয়া সবাহ-ভাওনা হোৱাই নাই। দেশৰ অৱস্থা ভাল নহয়। ৰং-তামাচাৰ দিন নহয় হেনো।

একেখন গাঁৱৰে গোলোক মাষ্টৰৰ ডাঙৰটো পুতেক পৰমানন্দ তৰফে বৰমইনা লৱণৰ নলেগলে লগা বন্ধু। কাইটি ওচৰত থকা অৱস্থাত কোনেও বৰমইনাক গোলোক মাষ্টৰৰ ল'ৰা বুলিব নোৱাৰিব। কাইটিৰ নাতি বুলিহে ক'ব লাগিব। তেনেকৈয়ে চিনাকি কৰি দিব লাগিব। নহ'লে দিগদাৰি আছে। সেইকাৰণে 'নাতিটো' পৰমাৰ অন্য এটা উপনাম।

নাতি আক' কলেজতো দুবছৰ পঢ়া। এতিয়া সি চাকৰি কৰে। ল'ৰাটো ভাল। পঢ়া-শুনা কৰা বুলি গপ ভেম নাই। লৱণ আৰু কাইটিৰ লগত সম্পৰ্ক একেদৰেই আছে। এতিয়াও বৰমইনাই কাইটিৰ লগত একেদৰেই মুখচুপতি মাৰে। খনে খনে লাগে, খনে খনে ভাগে। কেতিয়াবা আক' দুয়োটাই বহি লৈ বৰ গহীন কিবা এটা আলোচনা কৰে,—ফুচফুচকৈ।

আগৰ কলেজত পঢ়োঁতে বৰমইনাৰ লগৰ দুটামানো মাজে-মাজে গাঁৱলৈ আহিছিল। সেই কেইটায়ো কাইটিক মাত নলগোৱাকৈ নোভতে। লৱণহে পিছে সিহঁতৰ পৰা আঁতৰি-আঁতৰি ফুৰিছিল। পিছলৈ যেনিবা ওচৰ সম্পৰ্ক এটা হৈছিলগৈ।

আজিকালি আক' চহৰৰ পৰা কলেজীয়া ল'ৰা-ছোৱালীবোৰ গাঁৱলৈ ঘনাই আহে। জাক পাতি আহে। দেশৰ দুৰ্গতিৰ কথা

কৈ ৰাইজক একগোট হ'বলৈ বুজায়। সিহঁতৰ আন্দোলনত সহযোগ কৰিবলৈ কয়। চৰকাৰী শোষণ আৰু পুলিচৰ অত্যাচাৰৰ কথাবোৰ কয়। কাইটিয়ে আক' সুবিধা পালেই সেইজাক ল'ৰা-ছোৱালীক সোধে "হয়নে, তহঁতে বাৰু আমাৰ ৰবমইনা পৰমানন্দক চিনি পাৱনে নাই? সিও কলেজত পঢ়িছিল। এতিয়া নামৰূপৰ সাৰত চাকৰি কৰে। ইয়াত নাথাকে। পিছে আজিকালি সিও পুটুক-পুটুক ঘৰলৈ আহে। তহঁতে খুব কথা দিয় নহয়।"

পিছে পাছলৈ চহৰবোৰ গাঁৱলৈ ৰবকৈ নহা হ'ল। ওচৰৰ অলপ জনাবোৰেই গাঁৱত আহি কৈ যোৱা কৰিলে,—কাইলৈ ৰাইজ ওলাব লাগে। এনেকুৱা তেনেকুৱা কথা। অমুকত-অমুকত ইমান সময়ত পাবলৈ লাগিব। ৰাইজ অমুক-অমুক বাটেৰে গৈ অমুকত ওলাবগৈ পাৰিব।

ল'ৰা-ছোৱালীবোৰৰ কথা যেন কথা নহয়। কিবা যেন ৰাজ আজ্ঞাহে। গোটেই মানুহবোৰ পুৱাতে গাঁওখন খালী কৰি টাউনলৈ বুলি ওলাই যায়। গধূলিহে ওভতে। মানুহবোৰৰ ভোক-পিয়াহ নাইকিয়াই হ'ল নেকি? খেতি-খোলাতো বাদেই, কেতিয়াবা গোহালিৰ গৰুও গোহালিতে থাকে। গাঁওখনত মানুহ বুলিবলৈ বুঢ়া-বুঢ়ী দুটামান ৰখীয়া হৈ থাকেগৈ। সেইকেইটাইনো কাৰ গোহালিৰ এৰাল চোঁচোৰাই ফুৰিবগৈ। খঙতে কাইটিয়ে অকলে-অকলে ভোৰভোৰাই থাকে,—"জুই লাগিল। একেবাৰে টেকেলীয়া কোদো বাহতে জুই লাগিল। বুজিলোঁ বাৰু, পিছে তহঁত আটাইমথাকে পালে কিহে? ৰৰবিহ পাইছহঁত? হেৰ, গোটেইসোপাৰ গাতেনো এনেকৈ বিহ লাগিব লাগেনে। এইফালে ভাৰন্থখন চোৰে দাঙি নিলেও কোনো চাওঁতা নাই হেৰ'। টাউনলৈ গৈ বিদেশী খেদেগৈ! হেৰ' মোক এবাৰ সোধচোন, মই ক'ম নহয়, গান্ধী মহাৰাজে কেনেকৈ বিদেশী খেদিছিল! এই দুটা চকুৰে

দেখিছিলো নহয় হেৰ' এনেকৈ কাম-বন এৰি ··। ক'বা কাক? শুনিব কোনে? মাতিবই নোৱাৰি। একেবাৰে যেন বিকোদৰ খেদাহে দিব!"

পিছে মানুহবোৰ গাঁৱলৈ যেতিয়া উভতি আহে, কাইটিয়ে তেতিয়া এইবোৰ একো নকয়। ঘৰে-ঘৰে গৈ ল'ৰা-ছোৱালীবোৰ ঠিকে ঠিকে পালেহিনে নাই হিচাপ লৈ ফুৰেগৈ। কি কি হ'ল? কেনেকৈনো হ'ল? ইয়াৰ পাছত কি হ'ব? হলেনো কি হ'ব? পেঘেনিয়াই থাকেগৈ। কাইটিক বুজায়হে বুজায়, কাইটিয়ে নুবুজে। ভেকাহি মাৰি দিয়ে,—"হেই কিখননো গাব তহঁতে? লাং-পাং গোটেইখন। এইবোৰ ভাললৈ হোৱা নাই দেই। মই বুজিলোঁ আক'। কলি, ঘোৰ কলিকাল আহিল। প্ৰভুৱে বচালেহে বচোৱা।"

কোনোবাই কেনেবাকৈ পুলিচৰ কোব দুটা বা খেদা-খেদিত ভৰি-মোচোকা, কঁকাল মোচোকা খাই আহিলেতো কাইটিৰ ৰক্ষাই নাথাকে,—"হেৰৌ বেগেতে সদা ডাক্তৰক মাতি আন। সেইহেনডাল ৰাইডাং টোকোনৰ মাৰ, বেচেৰাৰ হাড় গুৰি হ'ল চাগৈ দেহি। হেৰ' চণ্ডাল চণ্ডালেই। চণ্ডালৰ লগতে কিহলে চুপতি মাৰগৈ তহঁতে? আঁতৰি ফুৰিব লাগে। যি কৰ দূৰে-দূৰে কৰিব লাগে। আগৰ গান্ধী মহাৰাজৰ দিনত বেণু ভলণ্টিয়াৰে শিকাইছিল বুজিছ,—ল'ৰাহঁত, পুলিছ দেখিলে মূৰৰ বগা টুপি খুলি লুকুৱাই পেলাবি। সেইবোৰ বুজি জানিব লাগে। অঁকৰা ল'ৰা —তেনেই মিছা। দেখাক দেখি যাবলে লাগে খালী!"

ইয়াৰ পাছতে কাইটি গৈ ডম্বৰু মাণ্টৰৰ চোতাল পায়গৈ, "অই ল'ৰা, তই এতিয়াই বৰমইনালৈ চিঠি এখন লিখ। মই মাতিছোঁ বুলি লিখ।"

কাইটিৰ এনেকুৱা ধৰফৰণিত বাকীবোৰে কিবা এক ৰস পায়। হঁহে, কেতিয়াবা কাইটিৰ চৰিত্ৰক লৈয়ে দীঘলীয়া আলোচনা কৰে।

কাৰণ আছে। কাইটিয়ে এনেকৈ ধৰফৰোৱাৰ কাৰণ আছে। মৃত্যু কিমান ভয়ংকৰ হৈ আহে, কিমান মৰ্মান্তিক হ'ব পাৰে তেওঁ জানে। কাইটিয়ে দেখিছে। সেই দুটা চকুৰে কত আপোনজনৰ মৃত্যু দেখিছে! বুকু মোচৰ খাই যায়। কলিজাত বৰ কষ্ট হয়। সেই দুটা চকুৰ আগতে তেওঁৰ মাক-বাপেক গ'ল, মানুহজনী গ'ল, আচম্বিতে গুচি গ'ল ডেকা পো-বোৱাৰী, আঁতৰি গ'ল অলেখ আপোনজন, বন্ধু-বান্ধৱ!

মৃত্যু মৃত্যুৱেই। তথাপি কাইটিয়ে বুজি বুজিও নুবুজা হৈ যায় পো-বোৱাৰীৰ সেই অকাল মৃত্যুৰ কথা। নুবুজা হৈ যায়·· নাই নাই, মনত পেলাব নোখোজে তেওঁ, ভাবিব নোখোজে। মনত পেলালে সিহঁতৰ আত্মাই কষ্ট পাব। ঘৰ উদং কৰি বুকু শুদা কৰি সিহঁত···নাই-নাই ভাবিব নোখোজে তেওঁ।

সেয়ে লৰণ চকুৰ আঁৰ হ'লেই কাইটিয়ে ধৰফৰাই থাকে। নাম-ঘৰলৈ মনে-মনে চাকি এগছ আগ কৰে। বাৰে-বাৰে ভগৱন্তৰ নাম লয়। বংশৰ শেষ ধৰণী সি। লৰণৰ মৰমতে, তাৰ আশাতে তেওঁ জীয়াই আছে। শেষ আশা,—হ'ব প্ৰভুৱে চকু মেলি চাব— আকৌ ঘৰ ভৰি পৰিব।

কাইটিয়ে কিবা-কিবি বুদ্ধি কৰি লৰণ পিকেটিঙলৈ যোৱাত বাধা দিব খোজে। পিছে দেখ-দেখকৈ নাতিটোক নালাগে যাব, নোৱাৰ যাব বুলিও ক'ব নোৱাৰে। তেনেকৈ বাধা দিয়াতো বিপদ আছে। যিবোৰে দেখাদেখিকৈ ল'ৰাহঁতৰ লগত সহযোগ কৰা নাই, সেইবোৰক ৰাইজে জাতিদ্ৰোহী-দেশদ্ৰোহী বুলি এঘৰীয়া কৰি এৰিছে। এইবাৰ বোলে ৰাইজে দেশ উদ্ধাৰ কৰিহে এৰিব। আগতে হেনো বগা বিদেশীয়ে শোষণ কৰিছিল, এতিয়া পিছে দেশী-বিদেশী আটাইবোৰে শোষণ কৰিছে। সেই কাৰণে এইবোৰ হেনো ৰাইজেও নেৰিছে। হয় বগামাটি, নহয় গুৱাহাটী।

কাইটিয়ে কথাবোৰ ভালকৈ টং কৰিব নোৱাৰে। কোনোবাই

বুজাবলৈ আহিলেও তেওঁ নুবুজে—“থ-থ, নিজৰ মানুহে—নিজৰ মানুহে কাজিয়া কৰি মৰিছ, মোক আকৌ বুজাবলৈ আহ। ভালটো কৰিছ। নেলাগে বোপাই তহঁতেই বুজ। মই কংগ্ৰেছৰ তলতে অতকাল থাকিলোঁ, এতিয়া ওভতগোৰে নাচিবলৈ নাযাওঁ।”

পিছে খোদ বেণু ভলাণ্টিয়াৰে মূৰত জোঙামূৰীয়া বগা টুপি পিন্ধি ল'ৰাহঁতৰ আগত শোভাযাত্ৰাত যোগ দিলেহি, সেইদিনা কাইটিয়ে বুজিলে,—এৰা, দেশৰ জৰুল কিবা এটা ডাঙৰ বিপদ হৈছে। নহলে এইবোৰ মানুহ? এই বয়সত? এনেকৈ?

আৰু কোনো কিন্তু নাই। পাছদিনা ৰাতিপুৱাই কাইটি গৈ বেণু ভলাণ্টিয়াৰৰ পিৰালিত উঠিলগৈ। কথাবোৰ তেওঁক বুজাই দিব লাগে। বেণু মহাশয়ে বুজালেও,—“বুজিছা সোমেশ্বৰ, এতিয়া আৰু আমাৰ দিন নাই। আমি যিকণ কৰিব পাৰিলোঁ বয়সতে কৰিলোঁ। এতিয়া ল'ৰাহঁতৰ দিন। সিহঁতৰ ভালেই আমাৰো ভাল। সিহঁতে দেশখন নতুনকৈ সজাব-পৰাব খুজিছে, সজাওকচোন দিয়া। বিদেশী বিচাৰি উলিয়াব খুজিছে, খেদিব খুজিছে, মানুহৰ দুৰ্দশাৰ কথা ভাবিছে।—হওকচোন দিয়া। আমিও যি পাৰোঁ জোৰ দিওঁ। ভাল হলেও সিহঁতৰে, বেয়া হ'লেও সিহঁতৰে। আমাৰনো আৰু কেইটা দিন? নে কি কোৱা?

কাইটিয়ে বুজিলে,—হয়—ঠিকেই, ল'ৰাহঁতৰহে দেশ। পিছে আচলতে লেঠাটো ক'ত কাইটিয়ে ঠিক নুবুজিলে। কিন্তু কিবা এটা দেশত ঘটিছে, সেইটো কাইটিয়ে ঠিক বুজিলে। বেণু মহাশয়ে কৈছে যেতিয়া জৰুল হয়। অকল কিবা এটা ঘটিছে। ভালেটিহে গোটেই দেশখনে বলিয়া নাচনী নচাৰ দৰে নাচিব লাগিছে। লগে-লগে কাইটিয়ে এনেয়ে এবাৰ হাতযোৰ কৰে। মনে মনে ভাবে,—“যিয়ে হওক প্ৰভু, নাতি পোৱালিটো ৰক্ষা কৰিবা। সকলোতো নিলাই,—এইটিকো···। তাৰ গাটো যি ছাটি আন্দোলনৰ বতাহ লাগিছে···।”

লৱণ পিছে সদায় পিকেটিঙলৈ যোৱাৰ কাৰণটো অলপ বেলেগ। এনেকৈ বৰ বেছি চালি-জাৰি চাব পৰা ল'ৰা সি নহয়। গোটেই ৰাইজখনে যিটো উচিত বুলি কৈছে, সিও সেইটোকে উচিত বুলি কৈছে। আকৌ লাৱণ্যয়ো তাক কৈছে,—"ৰাইজখনৰ নিজৰে খাবলৈ নাই। তেনেস্থলত বিদেশীক খুৱায় ক'ৰ পৰা? সেইবোৰ যাব লাগে।"

তাই কোৱা কথাটো হয়। একেবাৰে হয়। সুবিধা পালে লৱণে আনকো তেনেকুৱা কথা কয়। পিছে বিদেশী কোনটো বুলি ক'লে লৱণে ভালকৈ বুজি নাপায়।

লাৱণ্য দুশ্ৰেণী পঢ়া। অৱশ্যে তায়ো ভালদৰে বুজেনে নুবুজে লৱণে নাজানে। সি তাইক সোধাও নাই। তাইৰ আগত ইমান সাধাৰণ কথা এটা নাই বুজা বুলি ক'বলৈ নাকত লাগে। কাৰণ তাইৰ লগত তাৰ কথাটো বেলেগ। বুজিব পৰা হোৱাৰে পৰা বেলেগ। দেশত এইবোৰ নোহোৱাহেঁতেন অতদিনে চোতালত নৰ-মহাজনৰ ঘৰৰ দইফুটীয়া টিংপাতৰ ৰভা উঠিলেইহেঁতেন।

আচলতে লাৱণ্য সদায় যায় কাৰণেহে লৱণো যায়। জানোচা তাইৰ কিবা বিপদ-আপদ হয়। তেনেকৈ গৈ গৈ তাৰো এটা নিচাই হৈ গ'ল। এ ভালেই লাগে দেখোন! পুলিচে খেদিলেহে পিছে বেছি ভাল লাগে। মাজে-মাজে লৱণৰ বেয়াও লাগে। খঙো উঠে। নিজৰ মানুহেই এনেকুৱা কৰিছে। যিটো কৰিব লাগে, কৰিব পাৰে, সেইটো অতদিনে কৰি দিয়া নাই। দেশখনৰ মানুহ-বোৰক দৌৰাই ফুৰাইছে। হ'লেতো সিহঁতৰো ভাল হ'ব। কেলৈনো আজলমঠালিখন ধৰি আছে।

বৰমইনা থাকিলে সিও লৱণৰ লগতে যায়। কৌতিয়াবা যাবৰ মন নাথাকিলেও কাইটিয়ে জোৰ কৰি পঠাই দিয়ে। লৱণেও বৰমইনা থাকিলে ভাল পায়। সি বহুত কথা জানে, বুজে। লৱণে তাৰ পৰা কথাবোৰ বুজি ল'ব খোজে। এইবোৰ ভাল হৈছেনে বেয়া

হৈছে, সি বৰমইনাৰ পৰা জানিব খোজে। ববমইনাই যি পাৰে কয়,—"বুজিছ লৰণ, এইবোৰ কি হৈছেগৈ মই নিজেই ধৰিব পৰা নাই। এনেকৈ আৰু কিমান দিন? কাম-বন নাই, খেতি-খোলা নাই, স্কুল-কলেজ নাই। আমি দেখোন বছৰৰ পাছত বছৰ বৈয়ে আছোঁ। এই সমস্যাবোৰো যেনেকুৱা, তাৰো যে কিবা এটা হব'গৈ ক'ব নোৱাৰি বুজিছ। ৰাইজখনে ভুগিবহে কিজানি। আকৌ ভাবোঁ, ভালেই হৈছে বুজিছ। আমি বহুত কথা শিকিছোঁ। নতুনকৈ নতুন চিন্তা কৰিছোঁ। চাচোন, আগতে তয়ে অকল খেতি-খোলাৰ কথাহে ভাব! এতিয়া তয়ে কিমান নতুন-নতুন কথা চিন্তা কৰ। কিমান কথা বুজি পাৱ। আন্দোলনটো নোহোৱাহেঁতেন আমিতো সেইবোৰ কথা নভৱাকৈয়ে জীৱনটো পাৰ কৰি দিলোহেঁতেন! দেশখনৰ কাৰণে সেইটোও বৰ ডাঙৰ কথা নহয়নে? তথাপি মই ভাবোঁ, এতিয়া আৰু আমি আন্দোলন কৰিব নালাগেঅ'। এনেকৈ যেন নহ'ব। আচলতে ইমান ডাঙৰ আন্দোলন এটাৰ কথা কোনেও ভবাই নাছিল কিজানি। কেনেকৈযে হৈ গ'ল!"

লৰণে কথাবোৰ নুবুজে। ইমানবোৰ কথা একেলগে সি আৰু নুবুজে। সেইবোৰ তাৰ মনৰ সীমাৰ ভিতৰত নপৰে। কিন্তু সি শুনি ভাল পায়। বৰমইনাৰ কথাবোৰ শুনিবলৈ বৰ ভাল। বৰমইনায়ো কথাবোৰ লৰণে বুজক বুলি যেন নকয়। নিজকে নিজে কোৱাৰ দৰেহে কৈ যায়। এক ধৰণৰ লাগে।

কাইটিয়ে মাজে মাজে বৰমইনাৰ আগত দুখ কৰে, "চাচোন, আজিকালি গাঁৱৰ ল'ৰা এটাও ঘৰত নাথাকে। আন্দোলন থাকক বা নাথকক সিহঁত হাবিতহে থাকেগৈ। হেৰ' মই কিবা বাধা দিছোনে? খবৰটোহে লৈছোঁ। হেৰ' যিটো বাটেৰে গৰুগাড়ী এখন নচলে, সেইটো বাটেৰেও ঘণ্টাত দহখন চৰকাৰী মটৰ অহা-যোৱা কৰিছে। মোৰ বুঢ়াটোৰ চিন্তা হ'বনে নহয় ক? চৰকাৰে বোলে নিৰ্বাচন পাতিছে। ৰাইজে নাপাতে। বাটত তোৰ নৰ-মানিচ এটা

নাই। নেপাত নাই। হেৰ' ল'ৰাখনে কৰিলে কি? মই বোলোঁ সোধোঁচোন ইহঁতেনো কি দোষ কৰিলে? হেৰ' গৈ নাপালোঁগৈয়ে, আটাইখনে জাঙুৰ খাই উঠিল। আও, দিনক-দিনে দেখোন ইহঁতে গুৰু-গোসাঁই একো নমনা হৈ আহিছে। হেৰ' কিনো ডাঙৰ কামটো কৰিলোঁ? একেবাৰে যে ডিঙিলৈকে উজাই আহিলি? হেৰ' বুঢ়ালোকক কথাযাৰ কৈছ, মানটো ৰাখি কচোন। একো ক্ষয় নাযায় নহয় তহঁতৰ। দেশত কলি লাগিল বুজিছ? লৱণৰ গাতো কলি লাগিল। মোৰ একো হাক বচন নুশুনে। যিহকে মন যায় তাকে কৰে। কৌতিয়াবা ৰাতি এডোখৰত আহি সোমায়হি। মই নেদেখোঁৱেই। মইনো বুঢ়াটো মৰিলোঁ নে হাজিলোৱেই একো খা-খবৰ নকৰে। বিয়াখন পাতোঁ বুলিলেও ৰাইজখনে কয় দুদিন পাছত পাতিবা। তই এইবাৰ জৰুল কিবা এটা কৰি যা। নহ'লে দুদিনমান তোৰ লগত লৈ যা। মোৰ বৰ ভয় লাগে অ'। দেখিছই নহয় কেনেকৈ মানুহবোৰ মাৰিছে।"

সুবিধা বুজি কাইটিয়ে লৱণকো কয়,—"দিন-কাল ভাল নহয়। গা-বচাই ফুৰিবি বোপাই। তাইকো কবি। তাইৰ আৰু এনেকৈ টিঁঘিলাঘিলাই ঘুৰি ফুৰা দিন নাই। গান্ধী মহাৰাজেও বিদেশী খেদাৰ আন্দোলন কৰিছিল। যোৱাবোৰ গ'ল। অহাবোৰ আহিল। ৰাইজৰ যহতে হ'ল। পিছে ৰাইজখন দেখোন তেনেকৈয়ে থাকিল। হোৱাৰ ঢেৰ হ'ল—নোহোৱাৰ নায়েই। এতিয়াও তেনেকুৱাহে হ'ব অ' বোপাই। তই তই হৈয়েই থাকিবি, মই মই হৈয়েই থাকিম। খেতি কৰিয়েই মৰিব লাগিব। সেইটোক আওহেলা নকৰিবি। সেইটো কৰিহে বাকীবোৰ কৰিবি। দেখাক দেখি নাযাবি। আগ-পিছ চাবি। সেইবোৰ নেখাই নমৰে। যলৈকে যাব, ত'তে ভাত-কাপোৰ পাব। তোৰ মোৰহে লেঠা।"

লৱণে আজিকালি কাইটিৰ গোটেইবোৰ কথা নুশুনে। সময় নাই। এনেয়েও ককাকে বৰকৈ ক'লে সি ৰেয়া পায়। কথাবোৰ

নুবুজেও, নাজানেও খালী যিহকে-তিহকে বলকি থাকিব। পঢ়া-শুনা নহ'ল বুলি সি ইমান অবুজন হৈ থকা নাই নহয়। গোটেই দেশৰ মানুহবোৰ লাগিছে, কিবা এটা ভাল হ'ব বুলিহে লাগিছে। সকলোৱে জোৰ দিলেহে হ'ব! হ'লেতো সকলোৰে হ'ব। তাৰোতো কিবা এটা—। নুবুজে বুঢ়াটোৱে। অতবোৰ মানুহ মাৰি শেষ কৰিলে, এতিয়া আৰু বৈ দিয়াৰ কথাটো আহেনে?

কাইটিয়ে সেইবোৰ নুবুজে। তেওঁ নিজৰটোহে বুজে। ভেকাহি মাৰে, "অবুজন ল'ৰা। ক'লে নুবুজ। কৰ—যি কৰ কৰি থাক। মোৰ কি? মোৰনো কেইটা দিন?"

পিছে কাইটিয়ে তেনেকৈ এৰি দিওঁতে-দিওঁতে অবুজন নাতি আৰু বেছি অবুজ হৈহে পৰিল। ল'ৰাই কৰে কি, যায় কলৈ, খায়নো ক'ত একো ঠিক নাইকিয়া হ'ল। দিনৰ পাছত দিন পাৰ হৈ গ'ল, বছৰ পাৰ হৈ গ'ল, ৰাইজখন থিত লাগিল, ল'ৰাহঁতে আন্দোলন সামৰিলে, চুক্তি কৰিলে, চৰকাৰো পাতিলে, পিছে লৰণৰ আন্দোলন শেষ নোহোৱাই হ'ল। সি আগৰ গতিৰেই ৰাতিপুৱাই ওলাই যায়। কেতিয়াবা দুটামান খায়, কেতিয়াবা নাখায়। ৰাতি এপৰত আহি ওলায়হি।

খেতি-খোলাটো বাদেই, গোবৰ এভাৰ পথাৰত পেলাবলৈও তাৰ আহৰি নাই। কাইটিয়ে কিবা বুজাব খুজিলেও সি আঁতৰি যায়। নহ'লে দপদপনি একোটা মাৰি ঘৰৰ পৰা ওলাই যায়। দুদিনলৈ ঘৰলৈ নহাকৈ থাকে। গাঁৱতো নাথাকে। চহৰৰ ফালেই হেনো তাৰ ঢেৰ বন্ধু-বান্ধৱ হ'ল।

সি ঘৰলৈ নহাকৈ থাকিলে কাইটিৰ আৰু বেছি চিন্তা হয়। সেই কাৰণে কাইটিয়ে পৰাপক্ষত তাক নমতাকৈয়ে থাকে। হওক নহওক ঘৰ এখন আছে বুলি তেওঁ উভতি আহে।

লৰণ ঘৰত নাথাকিলেহে কাইটিয়ে অকলে অকলে ভোৰভোৰাই থাকে। চকুপানী টোকে—

"গ'ল-গ'ল, ল'ৰাটোৰ মূৰটো তেনেই গ'ল। কতনো মুজালো এইবোৰত নালাগিবি, এইবোৰ তোৰ-মোৰ বস্তু নহয়, নাই নুশুনিলে। বিয়াখনকে পাতি দিওঁ বুলি ওলালো, এতিয়া আক' সি কুকুৰে নকৰায়। কয় বোলে বিয়া কৰাই আনি কিহেৰে খুৱাব? কি আছে তাৰ? বৰলোকৰ কথা শুনা। ৰঙা মটৰ ঘটিলেহে বোলে তিৰি আনে? হেৰ' চাহাবৰ পো, তইনো অতকালে কি খাই ইমানটো হলি? নাই নাই ছোৱালীজনীক আথানিহে কৰিলে ই।

কেতিয়াবা লৰণ ৰাতি এপৰত ভালে-ভালেই আহি ঘৰ ওলায়হি; কেতিয়াবা পানীটুপি ধৰি ওলাইহি। সেই টুপি ধৰিলে সি তাল-ফাল লগাই আহে। যিহকে তিহকে গায়; আন্দোলনৰ সময়ত চিঞৰা কথাবোৰ চিঞৰে। কিবিলিয়াই।

কাইটিয়ে বিছনাতে পৰি শুনি থাকে; মুখেৰে গায়ো থাকে,— "জহন্নামে গ'লি। মোৰ মূৰটো গাইছ!"

বৰমইনা আহিলেও লৰণে আজিকালি তাক লগ নধৰে। দূৰতে বিদূৰ। বৰমইনা থাকিলে লৰণ পৰাপক্ষত গাঁৱতে নাথাকে। বৰমইনা গাঁৱলৈ নহাকৈও থাকিব পাৰে, পিছে ককাকৰ চিন্তাইহে তাক খাই মাৰে। ককাকৰ নিচিনা মানুহ এটাৰ শেষ আশাকণত লৰণে চেঁচাপানী ঢালিছে। সেইটো কথাহে মইনাই সহ্য কৰিব নোৱাৰে। কিয় এনেকুৱা কৰিছে সি? কি পোকেনো খুলি-খুলি খাইছে তাক? কি লাগে তাক? কি নাই পোৱা সি?

বৰমইনা আহিছে বুলি শুনিলেই কাইটি এপৰ বেলি ডম্বৰু মাষ্টৰৰ ঘৰতে বহি থাকেগৈ। আহিবৰ পৰতো আকৌ কৈ আহে, "মইনা, পাক এটা মাৰিবি। ৰাতি নহ'লে মোৰ লগতে শুবিহি। শুনিছ।"

আগতে মইনাই কিবা-কিবি চেলু উলিয়াই নগৈছিল। আজি-কালি তেনেকুৱা নকৰে। বেয়া লাগে। কেইটা দিননো থাকিব বুঢ়াটো? থাকে মানেহে মাতিব।

কাইটিৰ লগত শুবলৈ গলেও কাইটিয়ে ৰাতি এপৰলৈ যিহকে-তিহকে গাই থাকে। কথাৰ লগে-লগে মইনাৰ পিঠিখনো মোহাৰি থাকে। কথাও যিবোৰ সোধে, সেইবোৰৰ মইনাই একো উত্তৰ বিচাৰি নাপায়। সৰহখিনি সময় সি ওঁ-আঁ কৰি থাকে। কেতিয়াবা টোপনি ভাও ধৰি পৰি থাকে।

আজিকালি মইনা ঘৰলৈ আহিলে ৰাতি কাইটিৰ লগতে খোৱা শোৱাটো তাৰ নিয়ম হৈ পৰিছে। লৰণ ঘৰলৈ আহিলেও প্ৰায়ে বাহিৰতে খোৱা-বোৱা কৰি আহে। পানীটুপিও ধৰি আহে। ককাকৰ লগত তাৰ কোনো সম্পৰ্কই নাই। কাইটিয়েও আজিকালি তাক একেবাৰেই নামাতে। সি ৰাতি আহি উৎপাত কৰিলেও কাইটি নিতাল মাৰি পৰি থাকে।

সেইবোৰকে তেওঁ পাছত মইনাক কয়। সদায় আৰম্ভ কৰাৰ দৰে সেইদিনা ৰাতিও কাইটিয়ে মইনাৰ পিঠি মোহাৰি-মোহাৰি আৰম্ভ কৰিলে, "মইনা, টোপনি গ'লি নেকি ?"

মইনাই একো নকলে। কিন্তু কাইটিয়ে গম পালে, তাৰ টোপনি যোৱা নাই।

"যিটো ভয় কৰিছিলোঁ, সেইটোৱেই হ'ল বুজিছ। মোৰ বংশটো শেষেই হ'ল আৰু। তই নহ'লে চাকৰিটো এৰি দে। ন'হলে এইবোৰ এতিয়া চাব কোনে ? তই নেথাকিলে দেখোন মই মৰা লেখীয়াই অ'। গুচি আহ বুজিছ। গুচি আহ। ভাবিছোঁ এই লাৰণকো তোলৈকে সামৰি থওঁ। নহ'লে, ই ছোৱালীজনীক আথানিহে কৰিব বুজিছ ? কি কৰ ?"

কথাবোৰ শুনি বৰমইনাই কান্দিয়েই পেলালে। কান্দোনৰ মাজতে সি ক'লে "মনে মনে থাকচোন তই।"

"হেই-হেই নেপায় অ'। মই কথাটোহে কৈছোঁ। কিনো কৰিবি। প্ৰভুৰ ইচ্ছা, তেৰাই যেনেকৈ বিচাৰে তেনেকৈহে। নেকান্দিবি।"

মইনাই পিছে বহুত দেৰিকৈহে উচুপিবলৈ এৰিলে। তাৰ পাছতো কাইটিয়ে তাৰ পিঠিখন মোহাৰি থাকিল।

তাৰো বহুত পাছত কাইটিয়ে আকৌ মাতিলে,—"মইনা শুলি নেকি? হেৰি অ', তোক কথা এটা সোধোঁচোন। তই আক' তাকে আনৰ আগত বথানিবলৈ নাযাবি। এই হেৰি অ', তই মোক একেবাৰে ভালকৈ বুজাই কচোন, দেশখনত আচলতে হৈছে কি অ'?"

প্ৰশ্নটো সুধি কাইটিয়ে দীঘলকৈ উশাহ এটা ল'লে। অলপ দেৰি ৰ'ল। পিছে মইনাই একো নমতা দেখি আকৌ মাতিলে,—"কি হ'ল? একো নকলি যে? অই, মইনা, অ' মইনা, টোপনিয়ে গলি নেকি?"

মইনাই এইবাৰ হাতৰ কিলাকুটিত ভৰ দি মুখখন দাঙি ল'লে আৰু কাইটিৰ মুখলৈ চাই অলপ খঙেৰেই ক'লে,—'নাই বোৰা অ'। শুই থাকচোন তই।"

কাইটিয়ে অপ মাৰিলে। তেওঁৰ এনেকুৱা লাগিল যেন শুই থকাৰ বাহিৰে তেওঁৰ আৰু একো কাম নাই।

# ব্যৱধান

অৱসৰপ্ৰাপ্ত ইংৰাজী শিক্ষক দেবেন্দ্ৰ নাথ শৰ্মাই বৰ অস্পষ্ট উচ্চাৰণেৰে নিজেই নিজৰ লগত যেন কথা পাতি থাকে। ফত্‌কৰে এটা বাক্য স্পষ্ট হৈ ওলাই আকৌ অস্পষ্ট হৈ যায়। চচ্‌মাযোৰ চকুৰ পৰা খুলি আনে, বাতৰি-কাগজখন কোচলৈ নমাই থয়। অলপ পৰ কিবা চিন্তা কৰি আকৌ চচ্‌মাযোৰ পিন্ধে—আকৌ বাতৰি কাগজখন তুলি লয়।

যিখন চকীত তেখেত বহিছিল, সেইখন চকীত আজি বহুবছৰ তেখেতেই বহি আহিছে। চকীখন বেঁতৰ। দেখিলেই ধৰিব পাৰি যে সেইখনত বহি বেচ্‌ আৰাম লাগিব। নাল দুটাত মিহিকৈ মেৰিয়াই বন্ধা বেঁতৰ সুতবোৰ মাজে মাজে ছিগিছে। হ'লেও শৰ্মা ডাঙৰীয়াৰে সৈতে সেই চকীখনৰ সেইখন ঘৰত এক সুকীয়া মৰ্যাদা আছে। ৰজাৰ আসনত অকল ৰজাহে বহাৰ দৰে সেই চকীখনতো অকল তেখেতহে বহে। আনকি চুবুৰীয়া ভদ্ৰলোক-সকল আহিলেও তাত কোনো নবহে।

এই যে চুবুৰীয়া ভদ্ৰলোক-ভদ্ৰমহিলা সকল, এই সকলৰ সকলোকে শৰ্মাদেৱে চিনি নাপায়। ঠিক চিনি নাপায় বুলিলেও ভুল হ'ব। আচলতে তেখেতৰ মানুহ চিনিপোৱাৰ ধৰণটো অলপ বেলেগ। যি জনক চিনি পায়, সেইজনৰ দেউতাক-ককাকৰ নাম, কি কৰিছিল, বংশ, আচল গুৰি ক'ত—সকলো তেখেতে জানে। কিন্তু এতিয়া শৰ্মাদেৱে তেনেকৈ সকলোকে চিনি নাপায়। কাৰণ এইডোখৰ ঠাইত এতিয়া বহুত নতুন মানুহে ঘৰ সাজি বহিছেহি। অকল মানুহ থকা ঘৰেই হোৱা নাই। দোকান-পোহাৰ, সৰু-সুৰা

পাচলি বজাৰ এখন, দুই-এটা চৰকাৰী অফিছ, আনকি বেংক এটাৰ শাখা অফিছ এটাও হৈছে ; এতিয়া এইডোখৰ ঠাইলৈ গাতে লাগি থকা নগৰখনৰ নগৰীয়া বত্তাহবোৰ একেলেঠাৰিয়ে বলিয়ে থাকে যেন লাগে।

শৰ্মা ডাঙৰীয়াক আকৌ এই নতুন মানুহবোৰেও চিনি পায়। আহিয়েই প্ৰথমে চিনি নাপালেও দুদিন পাছত চিনি পায়। কোনোৱে আকৌ নামে মানুহে নাজানে, কিন্তু নামটো ক'লে ঘৰটোলৈ আঙুলিয়াই দেখুৱাব পাৰে। ঠাইডোখৰৰ পুৰণা আহ-যাহ থকাসকলৰ লগত কোনোবা নতুন মানুহ শৰ্মা মহাশয়ৰ ঘৰলৈ আহিলে গম পায় যে সেই বে-তৰ চকীখন অলপ বেলেগ ধৰণৰ। সেইখনত অইন কোনো বহিব নাপায়। নাপায় বুলি কোনেও নকয়, কিন্তু কথাটো সকলোৰে নিজে নিজেই বোধগম্য হৈ পৰে।

চকীখন শৰ্মাদেৱে নিজে কিনা বা কৰোৱা নহয় আৰু তাত প্ৰথমে তেখেত বহিবলৈও পোৱা নাছিল। সেইখন চকী কৰাইছিল শৰ্মাদেৱৰ পিতৃ স্বৰ্গীয় মহেন্দ্ৰনাথ শৰ্মাদেৱে আৰু প্ৰথম প্ৰথম তাত বহা ব্যক্তিজনো আছিল তেখেতেই।

স্বৰ্গীয় শৰ্মাদেৱ শ্ৰীশৰ্মাদেৱ হৈ থাকোঁতে সেই চকীখনৰ কথাটো আৰু অলপ বেলেগ আছিল। তেতিয়া মানুহ সেই চকীখনৰ নিচেই কাষেৰে পাৰ হৈ নগৈছিল। চকীখন নতুন আৰু চিকচিকীয়া হৈ থকাৰ দৰে সেই শৰ্মাদেৱো এই শৰ্মাদেৱতকৈ যেন অলপ বেছি চিক্‌চিকিয়া আছিল।

কথাবোৰ এনেকুৱাও নহয় যে শৰ্মা পৰিয়াল বৰ সম্ভ্ৰান্ত বা সম্পত্তিশালী আছিল। কথাবোৰ অলপ অন্য ধৰণৰহে। স্বৰ্গীয় শৰ্মাদেৱ সেইডোখৰ ঠাইৰ প্ৰথমজন ব্যক্তি যি মাতৃভাষা লিখিব আৰু আনে লিখা পঢ়িব পাৰিছিল। তেখেতে শুদ্ধকৈ সংস্কৃত শ্লোক উচ্চাৰণ কৰিব পাৰিছিল আৰু ধৰ্মপুথি কেইখন সুৰ লগাই পঢ়িব পাৰিছিল। তেখেত সেইডোখৰ ঠাইৰ প্ৰথম স্বাধীনতা সংগ্ৰামী

ব্যক্তি আছিল আৰু বৃটিছক সমানে-সমানে উভতি ধৰা মানুহ আছিল। এতিয়া যিখন উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ পৰা শ্ৰীদেবেন্দ্ৰনাথ শৰ্মাই অৱসৰ ললে, সেইখন স্কুলৰ নামকৰণ স্বৰ্গীয় শৰ্মাদেৱৰ নামেৰেই কৰা হৈছে। গতিকে সেইজন মানুহৰে সৈতে সেই নতুন বেতৰ চকীখনৰ কথাটো অলপ বেছি চিকচিকিয়া হ'বই।

এতিয়া এইজন শৰ্মাদেৱ বহা সেই একেখন চকীৰ কাষেৰে পাৰ হৈ যাবলৈ মানুহবোৰে সংকোচ অনুভৱ নকৰে; – মাত্ৰ মানুহজন বহি থকা অৱস্থাত পাৰ হৈ যাবলগীয়া হ'লে তেওঁলোকে কঁকালটো সামান্য বেঁকা কৰি সোঁহাতখন মাটিৰ ফালে ফিটফিটিয়া কৰি টুকটুকীয়া খোজেৰে পাৰ হৈ যায়। পুতেক-জীয়েকহালৰ লগৰবোৰে সেইবোৰো নকৰে। কিছুমানক দেখিলে সেইবোৰ কৰিব নাজানে যেনেই লাগে। কিন্তু নবহে – সেইখন চকীত কোনো নবহে।

এই যে মানুহবোৰে চকীখনত বহিবলৈ বেয়া পায়, একেধৰণৰ সংকোচ অনুভৱ কৰে বা তেখেতক সম্ভ্ৰম কৰি চলে, সেই কথাটো তেখেতে নিজেও জানে। তেখেতে এইটোও বুজে, এই যে বহুতৰ মাজত তেখেতৰ এটা সুকীয়া স্থান আছে, সেয়া তেখেতৰ এদিনীয়া কষ্টৰ ফল নহয়। বহু দিন,, বহু বছৰ এক বিশেষ ব্যক্তিত্বৰে সামাজিক, পাৰিবাৰিক আৰু চৰকাৰী দায়িত্ব নিষ্ঠা আৰু সততাৰে পালন কৰি অহাৰ পাছতহে তেখেতে এই সুকীয়া স্থানত মূৰ থিয় কৰি ৰ'ব পাৰিছেহি! অৱশ্যে লগতে—"হেৰি অ' অমুকৰ ল'ৰা নহয়!" এনেকুৱা এটা কথাৰ ওপৰতো জোৰ পৰে।

এটা বয়সত তেখেতে ঠিক এনেকুৱা এটা ধাৰণাৰেই নিজকে গঢ়ি তুলিবলৈ বিচাৰিছিল। দহজনে তেখেতৰ কৰ্ম আৰু সততাৰ শলাগ লৈ মুখেৰে যাতে কয়—"ঠিক। একদম বাপেক চাই পুতেক। একাঠি চৰাহে দেই।"

সেইধৰণৰ এটা মানসিক জোৰ পাছৰ জীৱনত তেখেতে প্ৰায়ে

পাই আহিছে। এই মানসিক জোৰটোৱে তেখেতক সদায় দৃঢ় কৰি ৰাখিছে আৰু এক মানসিক স্হিৰতা ৰক্ষা কৰাত তেখেতক সহায় কৰিছে।

অৱশ্যে এনেকৈয়ো ক'ব পৰা নাযাব যে তেখেতৰ এই মানসিক স্থিৰতাক তেখেতে সদায় এক ভাৰসাম্য অৱস্থাত ৰাখিব পাৰিছে। কোনো-কোনো জটিল পৰিস্থিতি আহিছে, আহিবও য'ত তেখেতে নিজক সঠিকভাৱে স্থিৰ কৰি ৰাখিছে। নিজৰ দুৰ্বলতাক আসৈ দিয়া নাই। কিন্তু এনেকুৱা ঘটনাও বা দুৰ্ঘটনাও ঘটি গৈছে যেতিয়া তেখেতে নিজক ধৰি ৰাখিব পৰা নাই। মন ভাগি গৈছে।

এই আজি পাঁচ বছৰমানৰ আগতে তেখেতৰ সহধৰ্মিণী সত্যৱতী দেৱী স্বৰ্গগামী হ'ল। সেই সময়ত তেখেতৰ মানসিক স্থিৰতা ভাৰসাম্য অৱস্থাৰ বহু তললৈ নামি অহা যেন লাগিছিল। বৰ দুৰ্বলভাৱে তেখেতে কৈছিল,—"কিয় এনে হ'ল, মই এতিয়া কি লৈ থাকিম?···কিয় আঁতৰি গ'লা? মোকো লৈ যোৱা। ময়ো যাম, ময়ো যাম।"

এইবিলাক তেখেতে হয়তো সেই সময়ত চিন্তা কৰি চোৱা নাছিল। স্থিৰতা হেৰুৱাই কৈছিল। কাৰণ তেতিয়াও তেখেতৰ পুত্ৰ আৰু কন্যা দুয়ো তেখেতৰ কাষতে আছিল।

আচলতে 'মানুহ মৰণশীল'—ই এটা স্থিৰ সত্য; কিন্তু মুহূৰ্তটো বৰ অস্থিৰ। শৰ্মাদেৱে পত্নী বিয়োগৰ মুহূৰ্তটো হয়তো ইমান আগতে আশা কৰা নাছিল। অলপ বেছি অস্থিৰভাৱেই যেন সেই মুহূৰ্তটো আহিল আৰু তেখেতৰ সত্তাৰ পৰাই যেন এটা অংশ উলিয়াই লৈ গ'ল। এটা নতুন ঠগ বৈ গ'ল তেখেতৰ।

এই যে নতুন ঠগটো, ওপৰে-ওপৰে দেখাত এনেকুৱা লাগে যেন তেখেত আগতকৈ অলপ বেছি 'এক্‌টিভ' হ'ল। কিন্তু কথাটো বোধকৰোঁ তেনে নহয়।

আগতে তেখেত খুব ধীৰ-স্থিৰ আৰু গুৰু-গম্ভীৰ খোজ-কাটলৰ ব্যক্তি আছিল। এটা কাম শেষ নকৰাকৈ অন্য এটা কেতিয়াও হাতত নলৈছিল। কিন্তু এতিয়া তেখেতে যথেষ্ট খৰকৈ খোঁজ কাঢ়িবলৈ ললে। ব'ৰ যেন লৰালৰি তেখেতৰ। এই বয়সত তেনেকৈ খোজ কঢ়াটো তেখেতৰ স্বাস্থ্যৰ পক্ষে যে ক্ষতিকাৰক হ'ব পাৰে, তেখেত যে ঘামত বেয়া দেখাকৈ তিতি গৈছে,—আৰু অলপ দূৰ তেনেকৈ গ'লে তেখেত যে মূৰ ঘূৰাই পৰি যাবও পাৰে, সেই-ধৰণৰ কথাবোৰ যেন তেখেতে অনুভৱ কৰিব নোখোজে। কামো তেখেতে আগৰ দৰে নকৰা হ'ল। দুই-তিনিটা কাম একেলগে কৰিবলৈ লয়; কিন্তু এটাও ঠিকমতে শেষ নকৰে। আনকি তেখেতে বাতৰি কাগজখনো একেবাৰতে পঢ়িব নোৱাৰে। কেতিয়াবা আকৌ পঢ়াকে পঢ়ি থাকে।

আচলতে তেখেতে তেতিয়াৰ পৰাই এক অস্থিৰ জীৱন কটাইছে বুলি ধৰি ল'ব পাৰি। অৱশ্যে এইটোও সঁচা যে কোনো মানুহেই নিজৰ বা নিজৰ বুকুতে লাগি থকাজনৰ এদিন মৃত্যু হ'ব বুলি ভালকৈ চিন্তা কৰিব নোৱাৰে। মৰিম বুলি কোনেও নিজকে সুস্থভাৱে প্ৰস্তুতো কৰিব নোৱাৰে। গতিকে কাৰোবাৰ মৃত্যুত একধৰণৰ অস্থিৰতাই দেখা দিয়াটোৱেই অতি সাধাৰণ কথা। গতিকে শৰ্মাদেৱৰ অস্থিৰতাৰ কথাটোও একো অস্বাভাৱিক নহয়। কিন্তু এই অস্থিৰতাই তেখেতৰ মাজলৈ এই একধৰণৰ অস্বাভাৱিক ঠগটো আনি দিলে।

সত্যৱতী দেৱীৰ মৃত্যুৰ পাছতে তেখেতৰ মনলৈ এনেকুৱা এটা ভাবো আহিল যে এতিয়া তেখেতৰ দায়িত্ব বহুত বাঢ়িল। কাৰণ তেখেতৰ পত্নীৰ ভাগত পৰা দায়িত্ববোৰো এতিয়া তেখেতৰে হ'ল। তেখেতৰ এনে এটা ভাব আহিল যে এতিয়া তেখেতৰ প্ৰধান আৰু প্ৰথম দায়িত্ব হ'ল—ছোৱালীজনী সুপাত্ৰত অৰ্পণ কৰাটো। কাৰণ তেখেতৰ ছোৱালী মৃণালিনী দেৱীয়ে স্নাতক ডিগ্ৰী লৈ বহুত

আশাৰে এতিয়া সেই বিশেষজনলৈ বাট চাই আছে। শৰ্মাদেৱে আগতে এইটো কথা একেবাৰে চিন্তা কৰা নাছিল। কিন্তু এতিয়া তেখেতে এনেকুৱা আচৰণ কৰিলে যে তেখেত এইটো কামত, অতি সোনকালে আগবাঢ়িব লাগে; কাৰণ তাৰ পাছতো তেখেতৰ কেইবাটাও ডাঙৰ দায়িত্ব আছে।

গতিকে তেখেতে চৌদিশে যাতায়াত আৰম্ভ কৰিলে আৰু এক সৎ নিষ্ঠাবান পাত্ৰৰ সন্ধান কৰাত লাগিল। কিন্তু এই সৰু-ডাঙৰ ভ্ৰমণবোৰে তেখেতক, তেখেতৰ অতদিনৰ চিন্তাধাৰাক, তেখেতৰ নিজস্ব পৰিচয়ক যেন বহুত পিছলৈ ঠেলি পঠিয়াব খুজিলে।

শৰ্মাদেৱে আশা কৰা মতে কোনো এখন ঘৰেই তেখেতৰ চকুত নপৰিল য'ত সচ্ছলতা আৰু চাকৰিৰ মাজত এক সাধাৰণ সামঞ্জস্য আছে। চাকৰি-বাকৰি চাই মানুহবোৰৰ আদব-কায়দা যেন বহুত ওপৰত। থাকিব পাৰে; তেওঁলোকৰ দিনতো এক শ্ৰেণীৰ মানুহ আছিল। কিন্তু সকলো এনেকুৱা নাছিল। শৰ্মাদেৱে এবাৰ ভাবিলে--এনেকুৱা হ'বতো নালাগিছিল। তেখেতে পঢ়ুৱা ছাত্ৰ-বোৰৰ আচৰণতো এনেকুৱা নাছিল। এই যে প্ৰায়বোৰ পৰিয়ালেই অন্য এটা বাটেদি ধন উপাৰ্জন কৰি নিজৰ নিজৰ দেহবোৰক বেছি আৰামপ্ৰিয় কৰি ৰাখিছে বা তেনেকুৱা এটা প্ৰৱণতা প্ৰকাশ কৰিছে, সেইবোৰৰ পৰা তেখেত অকলহে বাদ পৰি ৰৈছে নে-কি? আৰু এইটো তেখেতে ভুল কৰিছে নে-কি। মুঠৰ ওপৰত তেখেতৰ সৰ পাত্ৰৰ ধাৰণাটোত দিনে দিনে খেলিমেলি বাঢ়ি যাবলৈ ধৰিলে।

এইটো কামৰ লগতে তেখেতে যোৱা সাত বছৰে নোপোৱাকৈ থকা পেনছনৰ টকা কেইটাৰ কাৰণেও সদৰ অফিচলৈ অহা-যোৱা কৰিলে। কিন্তু তেখেতৰ কাম আগবঢ়া নাই। —"অহামাহত খবৰ কৰক, "এতিয়া মাৰ্চত এইবোৰ কাম?" "মে-জুনত এবাৰ আহক" "নাই, এ বছৰ আশা কম" "খবৰ কৰি থাকিব।

কিন্তু তেখেতকৈ পাছত কামৰ পৰা ওলোৱাবোৰো বহুতে

পালে। আজিকালি কোনো নিৰ্ধাৰিত নিয়ম মনা নহয় নেকি? চৰকাৰৰ মেনেজমেণ্ট কিয় ইমান বেয়া? মানুহবোৰে অফিচত ভদ্ৰ হ'বলৈ কিয় পাহৰি যায়? নে কৰোঁ বুলি কৰে? তেনেকুৱাহে লাগে দেখোন। খেনোক দেখি যেন দুৱাৰ মাৰে। মানুহবোৰ ঠিকেই গৈ আছে নে-কি? তেওঁহে কিজানি একে ঠাইতে বহুত দিন ৰৈ আছে।

কিন্তু ইয়াতকৈয়ো বেয়া সময় আহিল সেইদিনা যিদিনা এজন ল'ৰাই মৃণালিনীক চাই উভতি গৈ বিয়া নকৰাওঁ বুলি জনালে। শৰ্মাদেৱৰ মতে ল'ৰাই ছোৱালী চাবলৈ অহাৰ পাছত বিয়া হ'ব লাগে। ল'ৰাই ছোৱালী চোৱাৰ পাছত বিয়া নকৰোৱা কথাটো অভদ্ৰামি। কিন্তু তেখেতৰ কাণত এনেকুৱা কথা এষাৰহে পৰিলহি যে ল'ৰা ঘৰৰ লগত ছোৱালী ঘৰৰ আদব-কায়দা নিমিলে।

এইটো কথাই যেন তেখেতৰ কাণত বিহহে ঢালিলে। তেখেতৰ টোপনি কম হ'বলৈ ধৰিলে। মনৰ স্থিৰতা আৰু কমি আহিল। কোনো কথাতে ভালকৈ মন নবহা হ'ল।

শৰ্মাদেৱে নিজৰ তিতা অভিজ্ঞতাৰ কথা একমাত্ৰ পুত্ৰ মৃণালক অলপ অলপ ক'লে। মৃণালে কথাবোৰ যিমান দূৰ সম্ভৱ পাতলাবলৈ যত্ন কৰিলে। —"আপোনাক কিজানি চিনিয়েই নাপালে," "এ কিছুমান মানুহে নাজানেই আৰু কি কৰিব?" "সদায় কৈ থাকোঁ, আপুনিনো কেলৈ টলোটলোকৈ ঘূৰি ফুৰে? মোক ক'লেই হয়।"

শৰ্মাদেৱে ভাবি নাপায়—আচাৰ-ব্যৱহাৰৰ লগত চিনাকি অচিনাকিৰ সম্পৰ্কটো ক'ত? কিছুমান মানুহে নাজানে? কোন-বোৰ মানুহে জানে? তাক ক'লেই হয়? কেলেই তেওঁ গ'লে নহয় কেলেই?

আচলতে কথাবোৰ যে শগুনে মৰাশ চিনি পোৱাৰ দৰেহে, সেই কথাটো মৃণালে দেউতাকক বুজাবলৈ বেয়া পায়। অৱশ্যে দেউতাকৰ ওচৰতো তাৰ নিজৰ কিছু অসুবিধা আছে।

দেউতাকে মৃণালক তেখেতৰ দৰেই সৎ, নিষ্ঠাবান আৰু অমায়িক বুলি ভাবে। পঢ়াশুনাত যথেষ্ট ভাল বুলি ভাবে। দেউতাকৰ এই ধাৰণা একেবাৰে অমূলক নাছিল। পঢ়ি থকা দিনত মৃণাল তেনেকুৱাই আছিল। কিন্তু এম·এৰ ফলাফল সি আশা কৰা ধৰণে নহ'ল। এবছৰমান চাকৰি বিচাৰি দৌৰাদৌৰি কৰিলে। চাকৰি সি পাইছিল; কেইবাটাও পাইছিল। কিন্তু নকৰে, তেনেকুৱা চাকৰি সি নকৰে।

"অমুকৰ ল'ৰাই অমুক পাছ কৰি আহিও সেইটো চাকৰিহে পালে! পাছ বা কৰিলেনে নাই কোনে জানে? আজিকালিৰ কথাহে!"

তাতকৈ স্বাধীনভাৱে কিবা এটা? বেয়া নহয় কথাটো। আজিকালি বহুতে কৰিছে। ডিগ্ৰীটো আছে যেতিয়া—। কি হয় দেখা যাওক!

শৰ্মা ডাঙৰীয়াই দুখ পাইছিল। তেখেতৰ ল'ৰা বেয়াকৈ, কম নম্বৰ পাই উত্তীৰ্ণ হৈছে। তেখেতৰ নাক থাকিল ক'ত? কিবা বেয়া হ'বলৈ পালে? নপঢ়িলে নম্বৰ কম পাবই! এই বয়সতো গাত কথা নালাগিলে তেওঁ কি কৰিব?

এতিয়া চাকৰি নকৰি ল'ৰাই ব্যৱসায় কৰিব? তেওঁৰ ল'ৰা হৈ ব্যৱসায় কৰিব! পাৰিবনে? নে ফলাব? ব্যৱসায় কৰি সি মানুহ হৈ থাকিব পাৰিবনে? কথাটো উচিত হ'বনে? প্ৰশ্নবোৰ প্ৰশ্ন হৈয়ে ৰ'ল। কিন্তু বাৰ হাজাৰ টকা মৃণালে তেখেতৰ পৰা নি অলপতে ঘুৰায়ো দিলেহি।

মৃণাল ছাপ্লায়াৰ; মৃণাল ঠিকাদাৰ। প্ৰথমতে অলপ সংকোচ হৈছিল। চিধা আঙুলিৰে ঘিউ উলিয়াব নোৱাৰি সেইটো তাৰ দৰে ল'ৰা এটাই ভালদৰেই বুজে। প্ৰথম প্ৰথম তাৰ মনলৈ বহুত সৰু হৈ গ'লো, বহুত বেয়া হৈ গ'লো ধৰণৰ ধাৰণা এটা আহিছিল। আজিকালি নাহে। নাহে মানে আহিবলৈ সি তাতকৈ

'ডাঙৰ' মানুহ গলেই নাপায়। পায় ঘৰলৈ আহিলে দেউতাকক পায়। কিন্তু দেউতাকৰ দৰে মানুহ বাহিৰত কেইজন? নায়েই। আৰু পালেই চলাই দিব পাৰি। দেউতাককে দেখিছে নহয়।

আজিকালি এই 'চলি যাব'—'চলাই দিব পৰা হ'ল—এই ধৰণৰ ধাৰণাৰে একেবাৰে অচল, বৰ সঁচাও বা কথা কিছুমানো যেন চলাই দিব পৰা যায়। মৃণালৰ মতে, তাৰ দেউতাকৰ দিনত সৎ বা সৎ ব্যক্তিৰ যি এটা গাম্ভীর্যপূর্ণ ধাৰণা সমাজত বৰ্তি আছিল, এতিয়া সেইটো নাই।

কিন্তু এনেকুৱা ধৰণৰ কমপ্ৰমাইজিং আলোচনা মৃণালে তাৰ দেউতাকৰ লগত কৰিব নোৱাৰে। এনে ধৰণৰ আলোচনাবোৰ বন্ধুমহলৰ মাজতহে চলে। দেউতাকৰ আগত তেনেকুৱা ধৰণৰ কথা ক'বলৈ তাৰ সাহস নহয়। টকা বাৰ হাজাৰ ঘূৰাই দিওঁতেই দেউতাকে তাক সুধিছিল, "ইমান সোনকালে ঘূৰাই দিব পৰা হ'লিনে?" বুকুখন ধিপ-ধিপ কৰিছিল তাৰ। সি কৈছিল "বিলখন পাইছোঁ। আপোনাৰ হাততে থাকক পইচাকেইটা। দৰকাৰ হ'লে আকৌ লৈ যাম।"

সেইদিনা বুকুখন ধিপ ধিপাওঁতে মৃণালে বুজিছিল সৎ ব্যক্তি কাক বোলে। ভাল মানুহ কাক বোলে।

দেউতাকে বোধকৰোঁ আজিকালি তাক অলপ সন্দেহ কৰে। সি পিছলিছে বুলি ভাবে। যদি সঁচাকৈয়ে সি তেনেকুৱা কিবা কাম কৰিছে, তেন্তে দেউতাকে হেনো তাৰ মৃত্যু হোৱা বুলি ধৰি ল'ব। এইবোৰ তাক মৃণালিনীয়ে কোৱা কথা। তাইক হেনো দেউতাকে মাজে মাজে কিবা-কিবি সুধি থাকে।

মৃণালিনীয়ে ককায়েকক বুজি পায়, ভাল পায়, তাই নিজে ককায়েকক বহু ৰূপেৰে সমৰ্থনো কৰে। দেউতাকৰ দিনত কথা বেলেগ আছিল, আজিৰ কথাও বেলেগ। আজি বাদে কাইলৈ তাইৰ বিয়া পাতিব লাগিব। অৱশ্যে তাই বিচৰা মতে নিমিলিলে

তাই বিয়াত নবহে। ককায়েকৰ বিয়া পাতিব লাগিব। ক'ৰ পৰা আহিব ইমানবোৰ পইচা ? আৰু আজিকালিতো কাৰ কেনেকুৱা অৱস্থা সেইবোৰ চাবলৈ নাই কাৰো।

শৰ্মাদেৱৰ ধাৰণাটো তেনেকুৱা নহয়। কোনে কি চায় সেইটো প্ৰধান নহয় কেনেকৈ চোৱা উচিত সেইটোহে প্ৰধান। ধন-পইচাতকৈ মানুহৰ বিচাৰ-বিবেচনা আৰু কৰ্ম এইবোৰ কথাহে ডাঙৰ। অন্ততঃ ধন-পইচাতকৈ তেওঁ মানুহটো ডাঙৰ।

পিছে দৰা, পেনছন, পুত্ৰ-কন্যা এইবোৰে শৰ্মাদেৱৰ ভিতৰখন অনবৰতে ঘোদালি থাকিল। শেষত এনে এক অৱস্থা পালেগৈ যে তেখেতৰ শাৰীৰিকভাৱেও দুৰ্বল যেন লগা হ'ল। তেখেতে নিজেই ক'বলৈ ললে যে তেখেতৰ অসুখ। মৃণালে ডাক্তৰ আনিলে। ডাক্তৰে সোধে—আপোনাৰ কেনেকুৱা লাগে ? শৰ্মাদেৱে বুজাই ক'ব নোৱাৰে। "কিবাকিবিথন লাগে।"

"কিবা একধৰণৰ লাগেহে ডাক্তৰ, গাটো যেন এফালৰ পৰা জ্বলি-জ্বলি আহিছে। বিষত তোমাৰ··· ।"

ডাক্তৰ এসময়ৰ শৰ্মাদেৱৰে ছাত্ৰ। তেওঁ খুব ভালকৈ পৰীক্ষা কৰিলে। দৰব লিখি দিলে।

"আপুনি ছাৰ একো চিন্তা নকৰিব। তেনেকুৱা ভয় কৰিব-লগীয়া একো হোৱা নাই। অলপ ভালকৈ খোৱা-লোৱা কৰক ; ভাল হৈ যাব।"

ডাক্তৰে মৃণালক ক'লে, "ছাৰৰ তেনেকৈ একো হোৱা নাই। বুঢ়া বয়সত এইবোৰ হয়েই। অসুখ মনৰহে বুজিছা। ভনীয়েৰাৰ বিয়া পাতা। নিজৰো ভাবিবৰ হ'ল আৰু কি কোৱা ?"

মৃণালে চিন্তা কৰিলে—বেমাৰৰ লগত বিয়াৰ কি সম্পৰ্ক থাকিব পাৰে। দুখ লাগিল তাৰ। এনেকুৱা লাগিল, দেউতাকৰ এই অসুখৰ কাৰণ যেন সি নিজে। তাৰ দেউতাকক ক'বৰ মন গ'ল—"সি বেয়া ল'ৰা নহয়। অসৎ নহয়। সৎ অসতৰ সংজ্ঞা

এতিয়া মানুহে আগৰ দৰে নিৰ্দ্ধাৰণ নকৰে।” কথাবোৰে বাৰে-বাৰে তাৰ মনত খুন্দিয়াই থাকিল। কিন্তু সি অনুভৱ কৰিলে,—এইবোৰ কথাৰ এটা শব্দও সি দেউতাকৰ আগত ক’ব নোৱাৰে।

তলে-তলে মৃণালে মৃণালিনীৰ বিয়াৰ কথা চিন্তা কৰিছিল। আগো বাঢ়িছিল বহুত। আচলতে ল’ৰা-ছোৱালীৰ যে আগৰে পৰাই মনৰ মিল আছে, সেইটোও মৃণালে নজনাৰ ভাওতে জানে। মৃণালিনীয়েতো তেনেকুৱা এটা কথা দেউতাকক আৰু এপাৰি দাঁত গজিলেও ক’ব নোৱাৰিব। কেনেকৈ কোৱা যায় মৃণালেও ঠিক কৰিব পৰা নাছিল। কিন্তু ডাক্তৰে তাৰ মনটো জোকাৰি দিলে। খৰখেদা কৰিব লাগে, ল’ৰাৰ ঘৰেও দূৰে-দূৰে তাক শুনাইছে—সোনকালে কৰিব লাগে। পিছে ধনৰ কথা এটাও আছে নহয়। আগলে নাই—পিছলে নাই এজনীয়েই ছোৱালী। এদিন দেউতাকক সি বিছনাতে কথাটো ক’লেগৈ, “হেৰি নহয় দেউতা, আপুনি এইলৈ কাৰোবাক...।”

“নাই নাই নাই ; মই আৰু কি আজিৰ ছোৱালীলৈ ল’ৰা চাম ! সেয়াই আঁটিলেগৈ। তই অলপ চকু ফুৰাচোন। এতিয়াতো ইফাল সিফালো কৰিব নোৱৰা হ’লো। কিনো দৰব দিছেই। তাৰ মূৰটো !”

“হেৰি—মানে—মই ভাবিছিলোঁ—এই যে মনিৰাম খাটনিয়াৰৰ ইঞ্জিনিয়াৰ ল’ৰাটো—মনিকংকন—আপোনাৰ ওচৰত যে পঢ়িছিল চিনি পায় নহয় আপুনি ? —কেনেকুৱা দেখে ? আপুনি কয় যদি মই চেষ্টা এটা চলাওঁ। তাহাঁতৰো অলপ ইচ্ছা আছে বুলি মই খবৰ এটা পাইছোঁ।”

কথাকেইটা মৃণালে ইমান ভালকৈ সজাই ক’ব পাৰিব বুলি ভবাই নাছিল। ভবাতকৈ যেন বহুত ভালকৈ ক’ব পাৰিলে।

দেউতাকে ক’লে, “সিটো মোৰ বেছ ভাল ছাত্ৰ আছিল। কথাতে কয় বোলে প্ৰিয়-ছাত্ৰ পুত্ৰ-সম। সেইফালৰ পৰা দুয়োটা

ককায়েক ভনীয়েকহে হ'ব। তথাপি সি যদি নিজে ইচ্ছা কৰে মই আপত্তি নকৰোঁ। কিন্তু সেইটো ল'ৰালে মই ছোৱালী দিবলৈ যাব নোৱাৰোঁ।”

মৃণালে লগে লগে ক'লে, “এঃ! আপুনি যাব খুজিলেও ময়ে আপোনাক যাবলৈ নিদিওঁ। আপুনি কেলেই যাব? কি বুলি যাব? মই ভাবিছোঁ দুৰে-দুৰে কথাটো সিহঁতৰ কাণত পেলাওঁ। যদি সিহঁত আগবাঢ়ি আহে, তেন্তে আমাৰ হৈ ময়ে কথা পাতোঁ।”

“বাৰু, আগবাঢ়চোন···।”

কোঠাৰ পৰা ওলাই আহোঁতে দেখিলে মৃণালিনীয়ে কথাবোৰ শুনি আছে। তাক দেখি তাই লাজতে সিটো কোঠাৰ ভিতৰলৈ সোমাই গ'ল।

সৰুৰে পৰা সিহঁতৰ ঘৰতে থাকি ডাঙৰ হোৱা মাউৰা বনকৰা ছোৱালী ৰেবতীয়ে কোনোবা ফালৰ পৰা আহি মৃণালিনীৰ কঁকালত সুৰসুৰাই দিলেহি। কথাবোৰ কোনোবা ফালৰ পৰা তায়ো শুনি আছিল।

আচলতে কিছুমান সুৰসুৰণি পিৰাপিৰণি মনৰ মাজতে থাকে। মৃণালৰ নিজৰো তেনেকুৱা সুৰসুৰণি আছে; পিছে তাৰ কঁকালত সুৰসুৰাই দিবলৈ ঘৰখনত কোনো নাই।

মৃণালে নগৰৰ মাজতে সৰু কোঠা এটাও ভাৰালৈ লৈছে। সেইটো তাৰ অফিচ ঘৰ। নহ'লে অফিচবোৰৰ লগত তাৰ যোগাযোগ ৰখাত বৰ দিগদাৰি হয়। তাৰ কামৰ মানুহবোৰেও তাক বিচাৰি হাবাথুৰি খাব লাগে। এতিয়া গধুলি গধুলি তাতে দুই চাৰিটা বন্ধু গোট খায়। দুই এক ব্যৱসায়িক বন্ধুও আছে। এনেয়ে অলপ সময় আড্ডা মৰা হয় আৰু।

কেতিয়াবা আড্ডাবোৰ বেয়া নালাগে মৃণালৰ। হোষ্টেলত থকাৰ পৰাই এটা অভ্যাস হৈ গৈছে। দিনটোৰ ব্যস্ততাৰ পাছত অকণমান এনেকৈ বহিবলৈ পালে ভাল লাগে দেখোন। অৱশ্যে

ইয়াত বহা আড্ডাবোৰৰ ধৰণ হোষ্টেলতকৈ বেলেগ। এই ধৰক সিদিনা এজনে ক'লে, "সিদিনা এজনক সুধিলোঁ—ডাঙৰীয়া ভালনে? কি ক'লে ক'ব পাৰা? —এ' কিটো ভালহে! চাকৰিয়ে থাকেনে নাথাকে ঠিক নাইকিয়া হৈছে। মিনিষ্টাৰে এইফালে টুৰত যাওঁতে কৈ গ'ল—টকা দহ হাজাৰ কালেক্ট কৰি থব লাগে। পাৰ্টিৰ নামত। ঘূৰি যাওঁতে লৈ যাব। এতিয়া এই অফ্ ছিজনত কি কৰে কৰক। কি চাকৰি ৰাখিব! হেৰি, আছে যদি কিবা এটা কৰক। পাছত ছিজন আহিলে হ'ব আৰু কিবা এটা। মইতো আৰু কিবা এটা কৰিবই লাগিব দিয়াচোন? কি কোৱা?"

"আচলতে অভাৱেই সকলো বেয়া আৱিষ্কাৰৰ মূল। আৰু অভাৱ সৰু মানুহতকৈ ছুট-টাই মৰা মানুহৰ বেছি। গতিকে তেওঁলোকে আৱিষ্কাৰো কৰে বেছিকৈ। কি বোলা?"

মৃণালে কেতিয়াবা ভাবে, এনেকুৱা কথাবোৰ বাৰু তাৰ দেউতাকৰ দৰে মানুহবোৰে জানেনে? জানিলে কিবা কৰিব পাৰিবনে? নে দেউতাকৰ দৰে মানুহবোৰ আৰু বেছি অস্থিৰ হৈ পৰিব?

বিয়াৰ তাৰিখ বৰ সোনকালে ঠিক হৈ গ'ল। দৰা ঘৰে অলপ বেছি লৰালৰি কৰিলে। মৃণালে দেউতাকৰ পৰা পেনছনৰ কাগজ-পত্ৰবোৰ লৈ কামটো কৰাই ল'ব খুজিলে। এই সময়ত কৰিব পাৰিলে কামত আহিব তেওঁ। সি ভবাদৰেই কামটো কৰিব পাৰিলেও। সিমান বেছি দিগদাৰি নহ'ল। ভবাতকৈ বহুত কম খৰচতে হৈ গ'ল কামটো। তাৰ মানুহবোৰৰ লগত চিনাকিও আছে। অলপতে সেইটো অফিচৰে ষ্টেছনেৰি ছাপ্লাইৰ কাম অলপ কৰিছিল। এজনেতো তাক ক'লেই, "বেয়া নাপাব। আপোনাৰ দেউতাক বুলি জনাহেঁতেন কৰি দিলোহেঁতেন। পাছত যি হয় হ'লহেঁতেন দিয়কচোন।"

মৃণালে হাঁহি এটা মাৰি ক'লে, "নাই নাই আপুনিনো কেনেকৈ

চিনি পাব ? আচলতে দেউতা একেবাৰে পুৰণা শিক্ষক মানুহ। একেবাৰে··· ।”

মৃণালে ব্যৱসায়িক হাঁহি এটা মাৰি ওলাই আহিল। এনেকৈ সি নিজে আহি কামটো কৰি ভালেই কৰিলে। এই কেইটা মানুহৰ ওচৰত দেউতাকৰ আৰু কেইবছৰ লাগিলহেঁতেন ঠিক নাই। এতিয়া তেওঁ বিয়াৰ আগে-আগে পইচাখিনি কামত আহিব। গাড়ী এখন কিনাৰ কথাও ভাবি আছে সি। এইফালে এনেকৈ জোৰা মৰিলে ভালেই।

শৰ্মা ডাঙৰীয়াৰ গা এই কেইদিন যথেষ্ট ভাল। নজনা লোকে তেখেতৰ কিবা অসুখ আছিল বুলি ধৰিবই নোৱাৰিব। ৰাতিপুৱাৰে পৰা গধূলিলৈকে তেখেতৰ আজৰিয়েই নাই। এতিয়া চিঠি লিখা কামটোৱেই তেখেতৰ ঘাই কাম। পিছে আলহীৰ খুন্দাত সেইটোও ঠিকমতে কৰা নহয়। ইফালে দিনেই নাই।

ৰেবতী নথকাহেঁতেন মানুহ সোধপোছ কৰাত বিপদেই হ'লহেঁতেন। সেইজনীও লেংলেংকৈ বাঢ়িছে। তাইৰ কথাও ভাবে শৰ্মাদেৱে। তাইৰো কিবা এটা দিহা কৰি দিব নোৱাৰিলে তাইৰ প্ৰতি যেন অন্যায় কৰা হ'ব। এনেয়েও ঘৰখন অলপ গৰম কৰি ৰাখে তাইহে। এই কেইদিন সুবিধা পালেই তাই শৰ্মাদেৱক জোকায়,—“বেমাৰী ককাৰ গা দেখোন সাতখন-আঠখন। হয়নে ককা, কথাটো কি ?”

শৰ্মাদেৱে তাইৰ কথাত হাঁহে। খং নকৰে।

পেনছনৰ পইচাখিনিৰ কাৰণে দৰকাৰ হোৱা চহীকেইটা মৃণালে তেখেতৰ পৰা ঘৰতে কৰাই নিলে। পুতেকে টকাকেইটা আনি তেখেতৰ হাতত দিলত তেখেতে বৰ একধৰণে পুতেকলৈ চালে। তৌতিয়াই তেখেতে একো নুসুধিলে। ক'লে, “তয়ে থচোন, কাইলৈ বা পৰহিলৈ লাগিবই।”

মৃণালে অনুমান কৰি ললে—দেউতাকে কথাটো বৰ সহজকৈ ল'ব পৰা নাই। সিও একো নামাতিলে।

ঘৰখনত মানুহ চাৰিটাহে। সেয়ে ভাত-পানী খাওঁতে আটায়ে একেলগে খায়। ৰেবতীও একেলগেই বহে। ব্যৱসায়িক লেঠা থাকিলেও মৃণাল ঠিক সময়তে আহে। নহ'লে গোটেইবোৰ বৈ থাকে। তেতিয়া তাৰ নিজকে অপৰাধী-অপৰাধী লাগে।

ৰাতি ভাত খাই থাকোঁতে শৰ্মাদেৱে মৃণালক সুধিলে, "যিটো কাম মই অতবছৰে কৰিব নোৱাৰিলোঁ, সেইটো কাম তই ডেৰমাহতে কৰিব পাৰিলি। তোৰ কি বিশেষ যোগ্যতাৰ বাবে কামটো হ'ল, যি যোগ্যতা মোৰ নাছিল?"

মৃণালে লগে-লগে একো নক'লে। ক'ব নোৱাৰিলে। বহুত দেৰি একো নমতা দেখি দেউতাকে আকৌ ক'লে, "তই একো নেমাতিলি যে!"

মৃণালে এবাৰ দেউতাকৰ মুখলৈ চালে; এবাৰ ভনীয়েকলৈ চালে; তাৰ পাছত তললৈ মুৰ কৰিয়েই ক'লে, "আচলতে দেউতা, এই কামটোত আপোনাৰ বা মোৰ বিশেষ যোগ্যতাৰ কথা হয়তো নাছিল। মোৰ বোধেৰে আপুনি যাওঁতে ত্ৰিছবছৰৰ আগৰ চৰকাৰী অফিচ এটাত কাম কৰাবলৈ যোৱাৰ দৰে গৈছিল, আৰু মই আজিৰ দিনৰ অফিচ এটাত কাম কৰাবলৈ গৈছিলোঁ। আমাৰ দুয়োৰে মাজত পাৰ্থক্য বোধকৰোঁ সেইখিনিহে।"

শৰ্মাদেৱে আৰু একো নুসুধিলে। একো উত্তৰো নিদিলে। মৃণালিনীয়ে ক'লে, "দেউতাই যে কেনেকুৱা কথাবোৰত লাগি থাকে! কামটো হোৱা নাছিল, এতিয়া হ'ল। ভালহে হ'ল। সাধাৰণ কথা এটা।"

শৰ্মাদেৱ মুখ ধুবলৈ উঠি গ'ল। কাকো একো নক'লে। মৃণালিনীয়ে ককায়েকলৈ চাই এবাৰ হাঁহাৰ দৰে কিবা এটা কৰিলে। কিবা দিব নেকি সুধিলে। ৰেবতীয়ে ক'লে, "ককাৰ যে দিনটো মোৰ লগত লাগি থাকিও হেঁপাহ নপলায়। এতিয়া আকৌ ভাত খাওঁতেও দাদাৰ লগত লাগিলেহে হয়! জানো পায়!"

নিজৰ বিছনাখনত বাগৰ মাৰি শৰ্মাদেৱে ভাবিলে তেখেতৰ ল'ৰাই অলপো খোকোজ্বা নলগাকৈ নিজকে বহুত দুখৈত আঁতৰাই থৈ বৰ সুন্দৰ উত্তৰ এটা দিলে। কিন্তু সেই উত্তৰটোৱে তেখেতৰ সন্তানৰ সততাৰ পৰিচয় নিদিলে। সমাজখন বেয়া হৈছে কাৰণে মানুহবোৰ বেয়া হৈছে, নে মানুহবোৰ বেয়া হৈছে কাৰণে সমাজখন বেয়া হৈছে? এইটোৱেই বাৰু তেখেতৰ ত্ৰিছবছৰীয়া পুৰণি প্ৰশ্ন নেকি?

মৃণালৰ ভাত আধা খোৱা হ'ল। নাখালে। খং উঠিছিল তাৰ। সি ভনীয়েককে ক'লে, "চাচোন, দেউতাই এতিয়া এইটো কথাকে ভাবি থাকিব। সময়ৰ যে এটা ব্যৱধান আছে—সেইটো বাৰু নিজে নুবুজিলে মই কেনেকৈ বুজাও? মইতো নিজে কৰো বুলি একো বেয়া কাম কৰা নাই। এটা ছিষ্টেমত পৰি গৈছো, কি কৰিম? মইতো নিজকে বেয়া মানুহ বুলি নাভাবো! থাকো লাগিলে দেউতাৰ নিচিনাকৈ। তেনেকৈ থাকিবলৈ পালেতো মযো ভাল পাওঁ। কিন্তু দেউতাই নিজেই জানো পাৰিলে টকাকেইটা উলিয়াই আনিব? তেন্তে? দেউতাৰতো চলি গ'ল তেনেকৈয়ে। চলি যাব। আমি কি কৰিম? আমিটো জীয়াই থাকিব লাগিব। এইবোৰৰ মাজতেতো থাকিব লাগিব। এনেয়ে অমুকটো বেয়া হৈছে,—অমুকটো বেয়া হৈছে কৰি থাকিলে নহ'ব নহয়!"

শৰ্মাদেৱে বিছনাৰ পৰাই এইবোৰ কথা শুনিলে। অলপ ভজবজীয়া হৈ থকা হ'লে তেখেতে উঠি আহি পুতেকক দুচৰমান লগাই দিলেহেঁতেন। এতিয়া তেখেতৰ সেই তেজ নাই। তেখেতে একো নক'লেও, ক'বলৈ একো বিচাৰিও নাপালে। শুবলৈকে যত্ন কৰিলে; কিন্তু তেখেতে গম পালে—টোপনি তেখেতৰ নাহিব।

লাহে-লাহে বিয়াৰ উদুলি-মুদুলিত এইবোৰ চিন্তা একেবাৰে তল পৰিল। ইটো আন, সিটো যোগাৰ হোৱা নাই, কি হ'ব

এঁতিয়া ?—এইফালে চাৰিটা খুটা বাঁহৰ হ'ল, এই কেইটাও তামোলৰ হোৱা হ'লে ভাল আছিল। আম গছ কাৰ ঘৰত আছে খবৰ ললিনে ? ইত্যাদি-ইত্যাদি কথাই মুৰবোৰ ব্যস্ত কৰি ৰাখিলে।

চকুৰ আগতে ৰভা হ'ল, আঁৰ-কাপোৰ তৰা হ'ল, সেই কণমানি মৃণালিনীজনী কইনা হ'ল, তাই জোৰোণ পিন্ধিলে। বহুত মানুহ আহিল, গ'ল, কিছুমান আকৌ আহিল, আকৌ গ'ল। সদায় ছাত্ৰ হৈ পঢ়িবলৈ অহা ল'ৰাটো দৰা হৈ আহিল, জুইকুৰাৰ কাষত বহি সি কিবাকিবিবোৰ গালে, শৰ্মাছাৰক দেউতা বুলি সেৱা কৰিলে। ককায়েকে ভনীয়েকক সাবটি ধৰি কান্দিলে। চাওঁতে চাওঁতে সকলো শেষেই হ'ল।

ৰভা ভাগিল। চোতালখন ৰেবতীয়ে গোবৰ-মাটিৰে মচি আনিলে। চোতালৰ এমুৰলৈ তামোলৰ খুটা দুটা আৰু ওপৰৰ বাঁহডাল কাপোৰ মেলিব পৰাকৈ ৰাখি থলে। লাহে-লাহে চোতালত হোম পোৰা ছাইকণৰ বাহিৰে বাকীবোৰত বনো গজিল। কিন্তু কাপোৰ মেলিবলৈ গ'লেই সকলোৰে মৃণালিনীলৈ মনত পৰা হ'ল। পিছে কথাটো কোনেও কাকো মুখ ফুটাই নক'লে।

আজিকালি শৰ্মাদেৱৰ প্ৰায় চকুৰেদি পানী ওলাই থাকে। অলপ কম দেখাও হৈছে। কাগজ-পত্ৰবোৰ একেবাৰে চকুৰ ওচৰত লৈ পঢ়ে। দুৰ্বল হৈছে। মানুহজনে অলপ বেঁকা হৈ খোজ কাঢ়িবলৈ লৈছে। অকণমান কথাতে বেজাৰ পায়, অলপতে খং উঠে। আগফালে বেঁতৰ চকীখনত বহি প্ৰায়ে কিবা বিৰবিৰাই থাকে। মাজে-মাজে কিবা একোটা স্পষ্ট হৈ ওলাই আকৌ অস্পষ্ট হৈ যায়।

মৃণালে গাড়ী এখন কিনিব। একেবাৰে নতুন নহয়, অলপ পুৰণা। গাড়ী এখনৰ প্ৰয়োজন অনুভৱ কৰিছে সি। অইন কাৰণ বাদ দিলেও এতিয়া ব্যৱসায়িক লাভৰ বাবেই তাক গাড়ী এখন লাগে। গাড়ীখন কিনি পেলালেও অলপ পইচাৰ দিগদাৰি

হ'ব। তথাপি চলাব লাগিব। কথা আছে। বহুত কথা আছে।

শৰ্মা ডাঙৰীয়াই ভোৰভোৰাই থাকে।

"এই কেইদিনতে সি গাড়ী কিনিব পৰা হ'ল। আমাৰ দিনত অকল মৌজাদাৰৰ ঘৰত চাইকেল এখনহে আছিল। ইমান টকা হ'লনে তাৰ? কত পালে? দিলে কোনে? ব্যৱসায় কৰিলে ইমান লাভ হয়নে? চকুৰ আগতে অতবোৰ দোকান ইমানদিনে চলি আছে, সিহঁতেতো গাড়ী ল'ব পৰা নাই। গ'ল,—মোৰ ল'বা একেবাৰে গ'ল,—নষ্ট হ'ল—তেনেই নষ্ট হ'ল। একেবাৰে জহন্নামে গ'ল। তুমি এইবোৰ নেদেখিলা—ভাল হ'ল—ভাল হ'ল।"

মৃণালে কোনো কথাই দেউতাকক ক'ব নোৱাৰে—বুজাব নোৱাৰে। সি মাত মাতিলেই দেউতাকৰ খং উঠে—"মনে মনে থাক। পেক্‌পেকাই নাথাকিবি, মোক একো শিকাব নেলাগে তই।"

ৰেৱতীয়ে ৰাতি ভৰি-মূৰ পিটিকি দিওঁতে কেতিয়াবা কয়, "আপুনিনো কেলে দাদাক যিহকে পায় তিহকে কৈ থাকে? কিমান দুখে ভাগৰে আহি ঘৰ সোমায়হি।"

তেতিয়া আকৌ শৰ্মাদেৱে কান্দে, ৰেৱতীয়ে কেঁচুৱা নিচুকোৱাদি কিবাকিবি কয়। তাই সেইবোৰকে গৈ ককায়েকক কয়গৈ। মৃণালে কথাটো লাহেকৈ পাতলাই দিয়ে, "এ বুঢ়া—ল'ৰা একেই আৰু। এনেকুৱাই হয়! কিনো কৰিবি?"

শৰ্মা ডাঙৰীয়াৰ আকৌ অসুখ। সেই একেই বেমাৰ। গোটেই গাটো ৰমৰমকৈ জ্বলে, বিষায়। তাকো এক ঠাইতে নিবিষায়। বাতিপুৱা ভৰিত, দুপৰীয়া কঁকালত, গধূলি গাত-পিঠিত, ৰাতি আকৌ বুকুত। অসহ্য যন্ত্ৰণা।

মৃণালে আকৌ ডাক্তৰ আনিলে। প্ৰেছাৰটো অলপ হাই। চিন্তা কৰিবলগীয়া নহয়। ডাক্তৰে ক'লে, "এনেকুৱা বেমাৰৰ একো দৰব নাইহে। টনিক দুটামান আৰু প্ৰেছাৰৰ দৰব দিছোঁ

আৰু। বৰ ছিৰিয়াছ কথা চিন্তা কৰিবলৈ নিদিবা। অলপ পাতল কিতাপপত্ৰ পঢ়াই ভাল। চকুৰ বৰ জোৰ পৰিবলৈ নিদিবা। তোমালোকৰ ঘৰতো মানুহ নাইকিয়া হ'ল নহয়! তুমি বিয়া পাতা সোনকালে। ছাৰৰ মানে।······? কিনো ক'বাহে—হ'বই আৰু এইবোৰ!···

মৃণালে ডাক্তৰক আগবঢ়াই দিলে। ডাক্তৰে কোৱা কথাবোৰো ভাবিলে—এনেকুৱা বেমাৰৰ একো দৰব নাই? কেনেকুৱা বেমাৰনো? ছিৰিয়াছ নহয়, একো চিন্তা কৰিব নালাগে। চিন্তাটো অন্য কোনোবাই ধৰি ৰাখিব পৰা বস্তুনে? যোৱাবাৰ ক'লে ভনীয়েকৰ বিয়া পাতিবলৈ, এইবোৰ ক'লে তাৰ নিজৰ বিয়া পাতিবলৈ। তাৰ পাছত কাৰ বিয়া পাতিব? এইটো একধৰণৰ চিকিৎসা হ'ব পাৰেনে? এইটো যদি এটা দৰব হয়, তেনেহ'লে বৰ দামী দৰব দেখোন।

আচলতে প্ৰত্যেকটো বস্তু, প্ৰতিজন মানুহ, সমাজ সকলো এক অস্থিৰ অৱস্থাত আছে। ডাক্তৰজনো অস্থিৰ।—হয় জানো? —নহয় নেকি? তেনেকুৱা যেনো নালাগে দেখোন। আচলতে সমস্যাবোৰেইহে অস্থিৰ। প্ৰতিটো সমস্যাই ইমান অস্থিৰভাৱে আছে যে মানুহবোৰ স্থিৰ হৈ ৰোৱা সম্ভৱ নহয়। ঠিক এনেকুৱা কাৰণেহে কিজানি দেউতাক অস্থিৰ, সি অস্থিৰ, ডাক্তৰজনো। হ'ব পাৰে। এইটোও এটা কাৰণ হ'ব পাৰে। সমস্যাবোৰ স্থিৰ হ'লেই যেন মানুহবোৰ স্থিৰ হ'ব; স্থিৰ সমস্যা, স্থিৰ সমাধান। কিন্তু?

আকৌ শোকোজা লাগিল তাৰ। আচলতে সমস্যাটো কিনো?

দেউতাক বেঁতৰ চকীখনত বহিছেহি। মৃণালে ভাবিলে, চকীখন অলপ ঠিক কৰি দিব লাগিব। বহুত পুৰণিও হৈছে। ছিগা বেঁতৰ সূতবোৰ চাৰিওফালে শিপাৰ দৰে যেনি-তেনি ওলমি পৰিছে। সে দেউতাকলৈ চাই ক'লে, "দেউতা, চকীখনৰ

নালকেইটা অলপ ঠিক কৰাই চকীখন ৰং কৰি দিম নেকি? আপুনি···।"

দেউতাকে লগে-লগে ক'লে, "এ' নালাগে। ওপৰে-ওপৰে ঠিক কৰিলেনো কিটো হ'ব? মই থকা দিনকেইটাহে। থাকক দে।"

মৃণালে একো নামাতিলে। মাতিব নোৱাৰিলে। ভিতৰলৈ আহি থকা মানুহটোৱে আকৌ জপনাখনৰ পিনে উভতি দিলে। খোজটো আগবঢ়াই লাহেকৈ ক'লে, "মই অলপ ওলাই আহিছোঁ।"

শৰ্মাদেৱে নিজকে কোৱাদি ক'লে, "যা।"

# শূন্য অৰণ্যৰ মহিলা গৰাকী

একেবাৰে অচিনাকি ঠাইত, চকুৰ চিনাকি জনক দেখিলেও নোপোৱাই পোৱাৰ দৰে লাগে। হাত এখনত খামোচ মাৰি ধৰি চাওঁ এইফালে আহকছোন বুলি টানি আনি একাষৰীয়া হৈ লোৱা যায়। এলাহাবাদ নগৰৰ বজাৰ এলেকাত আধুনিক যুগৰ ৰূপ-সজ্জা চাই ঘূৰি ফুৰোতে যাৰ সৈতে মোৰ মুখামুখি হ'ল তেওঁ মোৰ অকল চকুৰ চিনাকিয়ে নহয়। তেওঁক মই ভালদৰে চিনি পাওঁ আৰু তেওঁৰ বিষয়ে কিছু কথা মই নিশ্চয় জানো।

কিন্তু যাৰ সৈতে মই মুখামুখী হলোঁ, তেওঁক দেখি মোৰ মুখত লাগি থকা হাঁহিকনো নাইকিয়া হৈ গ'ল আৰু মই একেবাৰে জঠৰ লগা মানুহৰ দৰে ৰৈ গলোঁ। মোৰ মনলৈ এনে এটা ভাৱহে আহিল যে যাক মই এই জীৱনতে আৰু কেতিয়াও লগ পাব নিবিচাৰিছিলোঁ তেওঁকেহে আকৌ কিয় লগ পালোঁ? তেওঁৰ হাত এটাতে খামোচ মাৰি ধৰি মই যে মুখেৰে একো মাতিব পৰা নাই সেইটোকে প্ৰকাশ কৰিলোহেঁতেন আৰু নিজৰ জঠৰতা ভাঙিলোহেঁতেন, কিন্তু এই ঠাইত তেনেকুৱা বা তেনেকুৱা কিবা এটা কৰিবলৈও মই বেয়া পালোঁ। কাৰণ তেওঁ এগৰাকী মহিলাহে।

তেওঁৰ উকা কপালখন আৰু বিধবা সাজযোৰ মোৰ বাবে আৰু অস্বস্তিকৰ হৈ উঠিছিল আৰু মই জোৰ কৰিও কোনোমতেই সহজ হ'ব পৰা নাছিলোঁ। মই এলাহাবাদৰ মাটিত ভৰি দিয়ে, এবাৰ হ'লেও ভাবিছিলোঁ, তেওঁক যেন লগ নাপাওঁ। কিন্তু এতিয়া সেইটোৱে হ'ল। তেওঁক যে লগ পালে এনেকুৱা এজোৰ পোচাকতে

এনেকুৱা এটা চেহেৰাতে লগ পাম তাৰ এটা ধাৰণাও মোৰ আছিল। তথাপি মই সহজ হব পৰা নাছিলোঁ।

কিন্তু এই সকলোৰে অন্ত পেলাই তেৱেঁই প্ৰথমে কেইটামান শব্দ উচ্চাৰণ কৰিলে ঃ

ঃ "আ-প্-নি ই-য়া-ত ? কা-হা-নি আহিল ?"

মই মোৰ জঠৰতা ভঙাৰ এটা সুযোগ পালোঁ আৰু লগে লগেই ক'লোঁ—

ঃ মই কালি পালোঁহি, গৈছিলোঁ দিল্লীলৈ। ইয়াত তেনেকৈ কাম নাছিল, তেনেই সৰু কাম এটা আছিল। ভাবিলোঁ সোমাই যাওঁ। কুম্ভমেলাও চলি আছে। মোৰনো কি আৰু ব্যৱসায়ী মানুহ, আজি ইয়াত কাইলৈ তাত।

ঃ বলক গৈ থাকোঁ। একো এটা নিকিনে ছাগে ? আপুনি আছে ক'ত ?

ঃ এ' এইখিনিতে, কি নাম ৰ'ব, অ' 'শান্তি গেষ্ট হাউছ'ঠাই ডোখৰৰ নামটো দেখোন মনতেই নৰয়। বাটটো যেনিবা মনত আছে।

ঃ মইও আজিকালি সেইফালেই থাকোঁ, আপোনাৰ ওচৰতে বুলিব পাৰি। আপোনাক পাই গ'লোঁ ভালেই হ'ল। আপোনাক আগতে দিয়া ঠিকনাত মোক বিচাৰি যোৱাহেঁতেন আপুনিটো হাবাথুৰি খালেহেঁতেন। মোৰ চিঠি পালে ?

ঃ অ' চিঠিখন পালোঁ অলপ দেৰিকৈ পাইছোঁ, উত্তৰ এটাও দিছিলোঁ। পালেনে নাইজানো আপুনি। এৰা কিনো কৰিব ? য'ত মানুহৰ হাত নাই, তাত মিছা সান্ত্বনাৰ বাহিৰে দিব কি ?

মই পিছে তেওঁলৈ চিঠিৰ উত্তৰ দিয়া নাছিলোঁ, এনেয়ে ক'লো। দৰকাৰী মিছা কথা এটা দৰকাৰত কৈ দিলোঁ। আচলতে চিঠিখনৰ কথাবোৰৰ কোনো উত্তৰেই নাই মোৰ ওচৰত। উত্তৰ দিয়া ক'ৰ পৰা ?

এনেকৈ ইটো-সিটো পাতি আহোঁতে আমি শান্তি গেষ্ট হাউচ পালোঁহিয়ে। মই এনেয়ে এবাৰ ক'লোঁ—

ঃ আহক নহ'লে একাপ চাহকে খাই যাব।

ঃ নাই নালাগে এতিয়া। মোৰ আশ্ৰমৰ ঘণ্টা বাজিবৰ হ'ল। চাহখালে দেৰি হ'ব।

ঃ আশ্ৰম—আপুনি ?

ঃ অ' মই আশ্ৰমলৈকে গুছি আহিলোঁ। এয়া গংগাৰ পাৰতে। অ' আপুনি ঘূৰিব কেতিয়া ?

ঃ চাওঁচোন কাইলৈ ৰাতিও যাব পাৰোঁ। টিকটৰ ওপৰতহে কথা, এইকেইদিন ৰেলত বৰ মানুহ।

ঃ কাইলৈ ? কাইলৈকে নেলাগে যাব, থাকক, পৰহিলৈ যাব। মোৰ ভাল লাগিব। আৰু আজিকালি কথা পাতিবলৈকো লগ নাই। অথচ কিমান যে কথা আছে মোৰ। আপোনাৰ লগত চিঠিৰে কথা পাতিম বুলি ভাবিছিলোঁ। আপুনি আহিলে ভালেই হ'ল। মই কাইলৈ আবেলি আহিম। আপোনাক লৈ যামহি। আহোঁ দিয়ক, আপুনি নাযাব কিন্তু।

মই তেওঁক সেমেকা হাঁহি এটাৰে বিদায় দিলোঁ। কিন্তু মুখেৰে একো নক'লো। তেওঁ গুচি গ'ল, কিন্তু মই সোমাই নাহিলোঁ, নেদেখা হোৱালৈকে মই তেওঁক চায়েই থাকিলোঁ।

আশ্ৰমলৈকে গুচি আহিল ? কিয় আহিল ? এইটো কথা ইমান সাধাৰণ সুৰত ক'ব পৰা কথা হয় জানো ? তেওঁ নেজানে নেকি ইয়াৰ আশ্ৰমবোৰ কেনেকৈ চলি থাকে ? তেওঁৰ নিজৰ ঘৰৰ মানুহ, শহুৰেকৰ ঘৰৰ মানুহ কোনেও একো বাধা নিদিলেনে ? কেনেকুৱা মানুহ বাৰু এইবোৰ ?

নিজৰ কোঠাত সোমাই মই বিচনাখনত চিত হৈ পৰি দিলোঁ। নিজৰ ওপৰতে খং উঠিল মোৰ। আঠ বজাতো শুই উঠিবলৈ এলাহ কৰা মানুহটো পুৱাতে গৈ কুম্ভমেলা পালোঁগৈ। গংগানদী

পাবলৈ এক কিলোমিটাৰমান থাকিলেই কিজানি, গংগাৰ বগা বালিও ভালকৈ নেদেখিলোঁ। মানুহৰ উৎপাতত যাব েোৱাৰি। মানুহৰ নদীখন গংগা নদীতকৈ ডাঙৰ। ভাবিলোঁ, ডাঙৰ খনৰ মাজত এবাৰ বুৰ মাৰিবলৈ পালোঁ যেতিয়া সিখনত বুৰ নামাৰিলেও হ'ব। গধূলি বোলো এলাহাবাদৰ জাকজমকতা একো দেখা নাই। চাই আহোঁ অলপ। নহ'লে,—তেওঁক পালোঁ। এলাহাবাদত নোসোমোৱা হলেই ভাল আছিল। কচুশাকৰ জাল খাই ডাঙৰ হোৱা অসমীয়া নহয়। কেতিয়া জালে ধৰে কেতিয়া খজুৱটি উঠে ঠিকেই নাথাকে।

কিছুমান কথা এনেকুৱা যে আনৰপৰা লুকুৱাই ৰখাও নাযায়, কিন্তু কাৰোবাক ক'বৰ মনো নাযায়। নিজৰ মনতে মাজে মাজে খুন্দিয়াই থাকে—থাকক একোতো বেয়াও নালাগে, ভালো নালাগে, কিবা এটা লাগে।

শান্তি গেষ্ট হাউছৰ পালেঙত তেনেকুৱা কিবা এটাই মোক অশান্তি কৰিবলৈ ধৰিলে। দেহৰ নহয় মনৰ। শুবলৈ যত্ন কৰি যে একো লাভ নহয়, সেইটোও মই বুজিলোঁ। তাতকৈ মনত পৰা খিনি ভালকৈ মনত পেলোৱাই ভাল।

হ'ল কিছুদিন দিল্লীত আছিলোঁগৈ। সত্য নিকেটনৰ 'নালম গেষ্ট হাউছ'ত। তাতে প্ৰথম এই মহিলা গৱাকীক লগ পাইছিলোঁ। তেওঁ তেতিয়া সধবা আছিল। স্বামী-স্ত্ৰী দুয়োকো একেলগে পাইছিলোঁ। মোৰ সম্মুখৰ কোঠাটোতে। প্ৰথম মই চিনাকি হ'ব পৰা নাছিলোঁ। কিন্তু, মনে মনে চাইছিলোঁ। মানহ গৱাকীৰ খোজ-কাটল ; চাল-চলনৰ এক সুন্দৰ ভংগিমা লক্ষ্য কৰিছিলোঁ। মানুহজন দেখিলে দুৰ্বল আৰু শেতামুৱা যেন লাগে। কিন্তু একেবাৰে জোতামোজা ফিটফাট। তৃতীয় দিনা কোঠাৰপৰা ওলাই আহোঁতে মহিলা গৱাকীৰ লগত মুখামুখি হৈ গ'ল। তেখেতে হাঁহি দিলে, ময়ো। বচ, চিনাকি হৈ গ'ল—মিষ্টাৰৰ লগতো হ'ল।

তেওঁলোকৰ কোঠালৈ গৈ চাহ খাব পৰা হ'লো। মোৰ কোঠালৈও তেওঁলোক আহিব পৰা হ'ল, যেতিয়াই-তেতিয়াই সোধ-পোচ নোহোৱাকৈয়ো অহা-যোৱা কৰিব পৰা হ'ল। শেষত এনেকৈও যাব পৰা হ'ল যে—হয়নে আপুনি কোনফালে যায়? এইফালে যায় যদি ময়ো একেলগে যাওঁ ৰ'ব।

মানুহজনৰ অসুখ। চিকিৎসাৰ বাবে আহিছে। অলপ ভাল পাইছে। মানুহজনে নিজে-নিজে কয় "চিন্তা নাই বুজিছে, ভাল হৈ যাব। দিল্লীত থাকিলে বহুত বেমাৰ এনেয়ে ভাল হৈ যায়। ৰজা থকা ঠাই নহয় জানো?" তেওঁৰ কথাবোৰ ৰসাল।

তেওঁলোকৰ বিয়া হোৱা সাত মাহহে হৈছে। মানুহজনে কিবা প্ৰাইভেট লিমিটেড এটাত চাকৰি কৰে। নামটোও কৈছিল। ইমান দীঘল নাম। মোৰ মনত নাই। মোৰ দিল্লীৱালা ডাক্তৰ বন্ধু এজন আহিছিল এদিন। তেওঁলোকক মনে মনে ক'লো—কিবা সুধিবা নেকি?

"নেলাগে দিয়ক। দৰব খায়ে আছোঁ, এনেয়ে কিয় আমনি কৰোঁ।"

সেইদিনা ৰাতিয়ে দুইমান বজাত মোৰ কোঠাৰ বেলটো বৰ ডাঙৰকৈ বাজিল। জাপমাৰি বিচনাত বহি দিলোঁ। সিফালে মহিলা গৰাকীৰ মাত···

ঃ অকণমান আহকচোন। এখেতে কেনেকুৱাখন কৰিছে?

মই ওলাই গ'লো। মানুহজনৰ গাটো যথেষ্ট গৰম। মুখখন ৰঙা হৈ গৈছে। ধৰিব পৰাকৈ। বাৰে বাৰে বুকুখনত হেঁচা মাৰি ধৰিবলৈ দেখুৱাইছে। কথা ক'ব পৰা নাই। কাহিছে, কফ্ ওলোৱা নাই—ডিঙিৰ পৰা একধৰণৰ শব্দ এটা ওলাইছে।

ৰাতিটো তেনেকৈয়ে পাৰ হৈ গ'ল। ৰাতিপুৱা ডাক্তৰজনৰ ওচৰলৈ লৈ গ'ল। মোকো লগ ধৰিলে—গ'লো। চিকিৎসালয়ত ভৰ্ত্তি কৰিবলগীয়া হ'ল। মোৰ কেনেবা কেনেবা লাগিল। মানুহজনৰ

কিবা এটা যেন বৰকৈয়ে হৈছে। শ্ৰীযুতাকে সুধিলোঁ, তেখেতৰ বেমাৰটো কি ?

: "জানো, ডাক্তৰে পেটৰ বেমাৰ বুলিছে। মই কি বুজি পাওঁ সেইবোৰ। ডাক্তৰে বুজিলেই হ'ল। মোৰ মানুহজন ভাল হ'লেই হ'ল। ডাক্তৰে অৱশ্যে কৈছে অলপ দেৰি লাগিব বুলি। সঁচা কথা ক'লেহে কাহানিবা।"

ইয়াৰ পিছৰ কেইদিনত মই মানুহ গৰাকীক আৰু ওচৰৰ পৰা লগ পাইছোঁ অন্তৰঙ্গ এজনৰ দৰে। কিবা-কিবি কথা, পাতি বহি থাকোঁ—দৰকাৰী নহয়, অদৰকাৰী যেনো নেলাগে। কিবা এটা আছে তেওঁৰ ভাল লগা, বুজিব নোৱাৰোঁ।

চিকিৎসালয়খনৰ আগেৰেই অহা-যোৱা কৰি থাকোঁ। তেনেকৈ সোমোৱা নহয়। তেখেতে বৰ সচেতন হৈ কথা পতা যেন লাগে। তথাপি সোমাও মাজে মাজে। তেখেতক কিছু ভাল দেখিছিলোঁ। ক'লো—

: আপোনাক আজি বেছ ভাল দেখিছোঁ।

তেখেতে মোৰ হাত এখন খামোছ মাৰি ধৰিলে—

: দুৱাৰখন জপায় আহকচোন আপোনাৰ লগত অলপ কথা পাতোঁ।

মই দুৱাৰখন বন্ধ কৰি আহিলোঁ। তেখেতে গাৰ কাষতে বহিবলৈ ঠাই উলিয়াই দিলে আৰু হাত দুটাত ধৰি কান্দিবলৈ ধৰিলে। বহুত পিছত বৰ সৰু সৰুকৈ ক'লে—

: জানে, বহুত দিন ভাবিছোঁ কথাবোৰ কাৰোবাক কওঁ। এওঁকো কৈ দিওঁ বুলি ভাবোঁ—নোৱাৰোঁ। কিবা এটাই হেঁচা মাৰি ধৰে। জানে মোৰ অসুখটো ভাল হোৱা বিধৰ নহয়। হাড়ত কেন্সাৰ হৈছে। কি কৰিম ? মোৰ ভাগ্য। এওঁক কৈ দিওঁ কৈ দিওঁ লাগে, নোৱাৰোঁ। অতি অধম মই, মহাপাপী। কোনেও ক্ষমা নকৰে, মোক কৰিব নালাগেও।

মোৰ দেউতাই দুজনী বিয়া কৰাইছিল জানে ? ময়ে একমাত্ৰ সন্তান। আই সৰুতে ঢুকাইছে। মাহীআই নিঃসন্তান। মাহী-আয়ে মোক··· । তেওঁৰ ব্যৱহাৰ তেওঁৰ চৰিত্ৰই হয়তো মোক এনে নৃশংস কৰি তুলিলে। মাইকীমানুহ বুলিলেই মই···ক'ব নোৱাৰোঁ। ভুল হৈ গ'ল, ডাঙৰ ভুল হৈ গ'ল। সকলো তেনেকুৱা নহয়।

বিয়া কৰাই পেলালোঁ। কি যে হৈ গ'ল মোৰ। এবাৰো নেভাবিলোঁ ? কিয় ক'ব নোৱাৰোঁ একো ক'ব নোৱাৰোঁ। হয়তো মই সকলোৰে সোৱাদ বিচাৰোঁ। মৃত্যুৰ আগেয়ে ইটোৰ পিছত সিটো নাজানো শুদ্ধ নে ভুল ?

অনুতাপ কৰিছোঁ, এতিয়া বহুত দেৰিকৈ শান্তি বিচাৰোঁ। তেওঁ যেতিয়া বেছি আদৰ লয়, মোৰ অসহ্য হয়। নিবিচাৰোঁ মই। লাগিলে পোক লাগি মৰো মই। সেয়ে ভাল। জানে মোৰ এই বেমাৰ আমাৰ বিয়াৰ আগেয়ে হৈছিল। সকলো জানিও মই বিয়া কৰালোঁ। কিয় কৰিলোঁ মই ? কিয় ?

বোধকৰো বৈদ্যুতিক প্ৰবাহৰ দৰেই শেষ কথাকেইটা মোৰ মাজেৰে পাৰ হৈ গ'ল। জঠৰ হৈ গ'লো। কান্দোনত ভাগি পৰিল তেওঁ। মই সান্ত্বনা দিয়া নাছিলোঁ। ঘৃণা উপজিছিল তেওঁলৈ। তেওঁ কান্দি কান্দিয়ে ক'লে—

ঃ "কাক ক'ম এইবোৰ ? কেনেকৈ ক'ম ? তেওঁক কোনটো সাহসেৰে ক'ম ? কোন সতেৰে ক'ম ?"

কি বিচিত্ৰ ব্যক্তি তেওঁ ? তেওঁ যেন মোৰ কাৰণে বন্দুকধাৰী নৰহত্যাকাৰী জনতকৈও বহুত বেছি নৃশংস, অতি পাষাণ, অতি নিষ্ঠুৰ এক ব্যক্তি।

সন্মুখত মৃত্যু শয্যাত পৰি থকা এক ব্যক্তি আৰু তেওঁৰ স্বীকাৰোক্তি ৰাক্ষসৰ দৰে। মই শালীনতা ৰক্ষা কৰা আদালতৰ মুৰব্বী নহয়। তথাপি নিজকে প্ৰবোধ দিব লগা হৈছিল। তেওঁৰ

মুখত ঘূৰাই দিও যেন অলপো শান্তি নাপালোহেঁতেন, মই।
খুব লাহে লাহে মই কলো'—

ঃ আপুনি শুবলৈ যত্ন কৰক। মই যাওঁ। তেখেতক এইবোৰ কথা এতিয়া আৰু নক'ব। নজনাকৈয়ে থকা ভাল। অন্ততঃ নিজৰ ভাগ্যকে ধিয়াই অকণমান শান্তিত থাকিব পাৰিব। আপুনি নিজৰ মানুহজনীক সেইকণো দিব নোখোজেনে ?

তেওঁ এটা বোবা চাৱনিৰে মোলৈ চাইছিল—মোৰ মনত আছে।

মোৰ মনৰ ভিতৰত অবুজ ভাৱ লৈ ফুৰিব নিবিচাৰোঁ। চিন্তা-ধাবাৰ এটা ধৰাবন্ধা ক্ৰমণিকা নিশ্চয় নাই, মাজে মাজে হয়তো খুব ঠেক গণ্ডিৰ ভিতৰতো চিন্তা কৰোঁ তথাপি মই কোনোবা পুৰুষে এনে কৰিব পাৰিব বুলি নাভাবিছিলোঁ আৰু তাকো সুস্থ মগজেৰে। মনৰ ভিতৰত গুমগুমনি তুলি সেইকেইটা কথা তেজত লীন হৈ গ'ল আৰু তেজতে পিৰ্বাপৰণি তুলি থাকিবলৈ ল'লে।

ক'ব নোৱাৰো কাকো। আনকি তেওঁকো। মহিলা গৰাকীৰ মুখামুখি হ'বলৈ নিজকে বহুত ধৰণে প্ৰস্তুত কৰিবলগীয়া হ'ল। তেওঁৰ সৈতে কথা পাতো, তেওঁক এক মৃত্যু-শীতল ফাকি দিওঁ। অসহ্য !

হঠাতে সিদ্ধান্ত ল'লো যাওঁগৈ—ইয়াত নোৱাৰিব। মই আহিব পৰা হোৱা নাছিলোঁ—তথাপি। আচলতে মই পলাইছিলোঁ। তেওঁ মোৰ সম্মুখলৈ আহিলে মই দেখোঁ তেওঁৰ উকা-কপাল ; শিৰৰ সেন্দুৰ যেন চন্দনৰ গুৰিৰ দৰে অলপ অলপকৈ উৰি গৈছে। সেতা মুখ কিন্তু তীক্ষ্ন দৃষ্টি যেন। এইমাত্ৰ তেওঁ মোকেই ক'ব— তোমালোক পশুতকৈও অধম।

ৰাতিপুৱা তেওঁৰ দুৱাৰত টোকৰ মাৰিলোঁ। তেওঁ ওলাই আহিল, ক'লো যাওগৈ, হঠাতে যাবলগীয়া হল,। মনত পৰিলে চিঠি-পত্ৰ এখনকে দিম আৰু। আমনি পাবনেকি ?

নাই নাই, নিদিলেহে বেয়া পাম। মই নিজেই যোগাযোগ

ৰাখিম। বাহৰাৰ প্ৰশ্নই নাহে। মানুহ এনেকৈয়ে আপোন হয়। এই, বৰ বেছি লৰালৰি কৰিলে।

ৰেলত বহি দুচকু জপাই সেইদিনা ভাবিছিলোঁ, মই উচিত কাম কৰিলোঁনে? শুদ্ধনে মই? ভালেই কৰিলোঁনে? প্ৰশ্নটো বৈ গ'ল মনতে, উত্তৰ আজিও নাই।

কিছুদিনৰ পিছত এখন চিঠি পাইছিলোঁ। তেনেই চুটি কিন্তু কথাকেইটা বৰ ডাঙৰ। তেখেতৰ মৃত্যু হৈছে। শেষত লিখিছে "আপুনি এইফালে আহিলে নিশ্চই সোমাই যাব।"

কিন্তু মই নিশ্চই নোসোমাওঁ। তেনে বীৰপুৰুষ মই নহওঁ। হ'বও নোখোজো। কোনো অৱস্থাতে মই আপোনাক লগ পাব নোখোজো। এইবোৰ কথাও মই কাকো নকওঁ—ক'ব নোখোজো, কৈ ভাল নাপাওঁ। জানিবও নোখোজো, জানিবলগীয়া হ'ল বাবেহে। আপুনি ধৰি ল'ব পাৰে, নিশ্চিত হ'ব পাৰে যে মই পলাইছোঁ।

কিন্তু এতিয়া মই ক'ত পলাওঁ? নে নপলাওঁ? এই মুহূৰ্ত্তত মোৰ এনেকুৱাহে লাগিছে যে, মই পলাব নোৱাৰোঁ ৰিজাৰভেছন পালেও। কাৰণ তেওঁক মই পাহৰিব নোৱাৰোঁ। আনৰ বেদনাৰ উপলব্ধিত ভালপোৱাৰ জন্ম হয় নেকি? কথাটো তেনেকুৱানে? বোধকৰো, নহয়। কিবা এটা হয়। মই বুজিব পাৰোঁ—আনক বুজাব নোৱাৰোঁ, বুজাব নোখোজো। কাৰণ মই কাৰোবাৰ অবিশ্বাসৰ পাত্ৰ হ'ব নোখোজো।

তেওঁ বাৰু আশ্ৰমলৈ আহিল কেলে?

কথাটো মোৰ সহ্য হোৱা নাই। গিৰিয়েৰৰ মুৰ খালি বুলি ছাগৈ ঘৰৰ সকলোৰে দকচিবলৈ ধৰিলে দোহ। তথাপি অন্য কিবা এটাকে কৰাহেঁতেনো যেন মই ভাল পালোহেঁতেন। অৱশ্যে মোৰ ভাল লগা নলগাতনো কাৰ কি আহে যায়। তথাপি এইটো বয়সতে আশ্ৰমলৈ—কিমান বয়স হ'ব বাৰু? খুব বেছি তেইছ চব্বিশ।

কিমানৰ এই বয়সত বিয়াই নহয়। ৰাতিপুৱা নহ'লে আশ্ৰমখনকে চাই আহিম এবাৰ। দেখা যাওক।

এলাহাবাদত প্ৰথম ৰাতি কুম্ভমেলালৈ যাম বুলি আধা ৰাতিতে টোপনিৰ পৰা সাৰ পালোঁ। দ্বিতীয় ৰাতি টোপনিকে নাহিল। তেৱেঁই আছন্ন কৰি ৰাখিলে। যি হৈছে আৰু। কাণে-মূৰে কাপোৰখন লৈ এপাক মাৰি অহাহে কথা।

বাহিৰত বৰ ঠাণ্ডা। কাপোৰখন আনি ভালেই কৰিলোঁ। পশ্চিমলৈ পাতল চেঁচা বতাহ বলিছে। গঙ্গা নদীৰ পানীৰ ওপৰত ডাঠ কুৱলী ওপঁও থকাৰ দৰে লাগিছে। পানীবোৰ গঙ্গাৰ পানী নহয়-নহয় লাগিল। কিয় জানো এনে লাগিল। ঠিক আমাৰ কুল পুৰুহিতে লৈ অনা বা আনি থোৱা গংগা জলখিনি যেন এই গঙ্গাৰ নহয়। আগেয়ে নজনাহেঁতেন মই এইয়া গঙ্গা নদী বুলি নাভাবিলোহেঁতেন। ব্ৰহ্মপুত্ৰৰ ওপৰেদি গ'লে বা কাষেৰে গ'লে মই যি কোনো ঠাইতে ক'ব পাৰোঁ, এইয়া ব্ৰহ্মপুত্ৰৰে পানী। মোৰ অলপ আঁতৰে আঁতৰে আহি থকা এজনে মোৰ লগত চিনাকি হ'ল। দুটা-এটা কথা, সিমানেই। বেছ বয়সস্থ ব্যক্তি, সদায় এই সময়ত ফুৰে। মোক হেনো নতুন দেখিয়ে সুধিলে। তেখেতক মই পানীৰ কথাটো ক'লো। মোৰ মনৰ ভাবটো নুবুজিলে। ক'লে—

পানীটো পানীয়ে, গঙ্গা কি-গোদাবৰী কি একেই পানী, অৱশ্যে আপুনি বেছি ঘোলা দেখিছে, কাৰণ কুম্ভমেলাৰ মানুহে অনবৰতে স্নান কৰি আছে। মানুহে ইমান অত্যাচাৰ কৰিলে গঙ্গাই কি কৰিব ?

নিজৰ ৰসিকতাত নিজেই হাঁহিলে তেখেতে।

নৱগুণ পিন্ধা পেটুৱা মানুহ কিছুমানে এককাল পানীত নামি হাতজোৰ কৰি কিবাকিবি গাইছে। মাজে মাজে নদীত বুৰ মাৰে, আকৌ হাত যোৰ কৰে—আকৌ গায়। পানীত বুৰ মাৰি দিলে মোৰ গাটো শিৰশিৰাই যায় —উঃ কি ঠাণ্ডা ধুইছেহে বুলিছোঁ।”

আশ্ৰম এখন আছে হয়। পিছে বৰ হিচাপৰ নহয় যেন লাগিল। সৰু সৰু ঘৰ কিছুমান। বেৰকৰ অৰণ্যে ভালকৈয়ে দিয়া আছে। এটা মন্দিৰ ওচৰতে। ডাঙৰেই বুলিব পাৰি। ধুতি পিন্ধা ল'ৰা কেইটামানে উদং গাৰে পিতপিতাই আছে। মোৰ কাপোৰখন লৈ থাকিবলৈ লাজহে লাগিল। গুচাবলৈও মন নগ'ল।

গৈ গৈ হঠাতে মোৰ ভবি ৰৈ গ'ল। ভালেমান তিৰোতাই গঙ্গাত গা ধুই আছে। কাপোৰ-কানিৰ ধৰণটো চাই আশ্ৰমৰে যেন লাগিল। নহ'বও পাৰে। তথাপি পৰিবেশটো মোৰ বাবে আচহুৱা নহয়। এনেবোৰ দৃশ্য আগতেও মই দেখিছোঁ। তেওঁলোকে গ্ৰাহ্যই নাই কৰা—নকৰেও মই জানো। কিন্তু? যদিহে তাৰ মাজতে তেওঁও আছে? তেন্তে? মোৰ তেওঁক তেনে ৰূপত চাবলৈ মন গ'ল। মোৰ বাবে ই স্বাভাৱিক আছিল। মই আৰু অলপ আগুৱাই যাব বিচাৰিছিলোঁ। কিন্তু যাব নোৱাৰিলোঁ। কিয় নোৱাৰিলোঁ নুবুজিলোঁ। উভটি আহিলোঁ।

কুঁৱলী ফালি এচেৰেঙা ৰ'দালি গঙ্গাৰ পানীত সিঁচৰতি হৈ পৰিছে। সূৰ্যৰ প্ৰথম দৃষ্টি সঁচাই কি পৱিত্ৰ। অন্তৰৰ মাজেৰে যেন পাৰ হৈ যায়। প্ৰভাতী সূৰ্য্যৰ লগত সাক্ষাতেই নহয় মোৰ। আজি এইয়া তেওঁৰেই কৰুণা।

একাপ চাহ খাবলৈ এখন ৰেষ্টোৰাঁত ভৰি দিলোঁ। কাপোৰখন জাপি হাততো ললো। সুন্দৰ চাহ। এনেতে দেখিলোঁ সন্মুখৰ বাটটোৰে তেওঁ পাৰ হ'ব ধৰিছে। হাতত এটা পৰিপূৰ্ণ ফুলৰ টুকুৰি। মন্দিৰলৈ যাব নেকি? কি দিব ভগবানে? মাতিম নে নেমাতো—নাই নামাতো থাকক, তেওঁ মোক দেখা নাই।

মই মোৰ ৰিজাৰভেছনৰ কাৰণে ৰেল ষ্টেছনলৈ গৈছিলোঁ। ঘূৰি আহি দেখোঁ, তেওঁ ৰৈ আছে।

ঃ এহ, লাগি থাকোতেই দেৰি হৈ গ'ল বুজিছেনে? বহুত দেৰি হ'ল নেকি?

ঃ নাই নাই, এই আহিছোঁহে। সোমাবনে বাহিৰে বাহিৰে যায় ?

ঃ সোমাওঁ, মানে নোসোমাওঁ বাৰু, চাহ-তাহ এটোপা নাখায় জানো ?···

ঃ মই নাখাওঁ, আপুনি যায় যদি—'

ঃ নাই, মই অতিথি শুশ্ৰূষাহে—নিয়ম এটা আহে নহয়। বলক যাওঁ।

ঃ এতিয়া পিছে যাম কলে সেইটোতো মই নাজানো, তেখেতৰ আঁচলত ধৰি গৈ থকাৰ কথাহে।

ঃ আপুনি বিয়া কৰালেনেকি ?

উৰা, এই গৰাকীক সেইটো কেলেই ?

ঃ নাই কৰোৱা, সময়ত খবৰ দিম নহয়।

ঃ নহয় নহয়, ময়ো তেনেকৈয়ে ভাবিছিলোঁ। নহলে লগত আহিলেইহেঁতেন নহয়।

মই নিজে দুই-এটা মিছাও কওঁ। তেওঁ একো ৰস অনুভৱ নকৰিলে অকণো নাহাঁহিলেও। ময়ো ক'ব নোৱৰাকৈয়ে গহীন হৈ গ'লো। সুধিলোঁ—

আপোনাৰ আশ্ৰমত কিমান দিন হ'ল ?

ঃ দুবছৰ—চুটি উত্তৰ।

ঃ আশ্ৰমত কি কি কৰিব লাগে ?

ঃ একো কৰিব নালাগে ! খাব লাগে, থাকিব লাগে। বচ।

কথাতো তেখেতে কেনেকৈ ক'লে মই ধৰিব নোৱাৰিলোঁ। আগতেও তেনেকৈয়ে কথা কয়। তথাপি।

ঃ আপোনাৰ আগৰ ঘৰটো ?

ঃ নাইকিয়া হ'ল।

ঃ নাইকিয়া হ'ল মানে ? কেনেকৈ ?

ঃ জুই লাগিল।

: জনুই লাগিল ?

: এৰা।

: হেবি, আকৌ সাজিবনে ? সাজে যদি ··

: নাই নাসাজো, ইচ্ছা নাই।

: আপোনাৰ ঘৰত আৰু···

: কোনো নাই। আমি ইয়াত বহোঁ দিয়ক। মোৰ বৰ ভাল লাগে। প্ৰায়ে আহোঁ মই। কিমান নিজান চাওক, কিমান নিস্তব্ধ। এয়াহে আচল গঙ্গা, কি কয় ? এইটো শুক্লপক্ষ নহয়, গঙ্গাৰ পানী গোটেই ৰাতি জিলিকি থাকিব। চন্দ্ৰটো গোটেই ৰাতি থাকিব। সৌ তৰাটো যে, সদায় চাওঁ, সদায় চাওঁ—ওঁহো লৰচৰ নহয় বুজিছেনে।

তেওঁৰ কথাবোৰ শুনি শুনি মোৰ তেওঁলৈ বৰ মৰম লাগিল। এবাৰ মুখলৈ চালোঁ। কিমান সহজ-সৰল ছোৱালী এজনীক মানুহটোৱে হেহ।

তেওঁ ক'বৰ দৰে সঁচাই সুন্দৰ এই পৰিবেশ। গঙ্গাৰ পৱিত্ৰতা যেন ইয়াত অনুভৱ কৰিব পাৰি। বহুত দূৰৈত গঙ্গাৰ পাৰে পাৰে নগৰৰ এক অংশ ৰাতিৰ বিজুলী বাতিৰ পোহৰত ফুলাম ফুলনিৰ দৰে যেন ফুলি আছে। গঙ্গাৰ পানীত প্ৰতিবিম্ব তুলিছে। এনে লাগে যেন পানীৰ তলে-ওপৰে দুখন নগৰ। মই তেওঁৰ নিচেই কাষতে বহিলোঁ।

তেওঁ ক'লে : আপুনি হাঁহি নিদিব, মই ইয়াতে বহি বহি আজিকালি এক শূণ্য অৰণ্যৰ কথা ভাবোঁ। মই যেন এই অৰণ্যৰ একেবাৰে শেষত থিয় হৈ আছোঁ। ওপৰলৈ চাওকচোন, চন্দ্ৰটো দেখিছে ? তাৰ ওপৰত তৰাবোৰ, তাৰ ওপৰত আকাশ, তাৰ ওপৰত ? তাৰ ওপৰত বতাহ আকৌ আকাশ-চন্দ্ৰ-তৰা আকৌ বতাহ। আপুনি চকুৰে নেদেখে, অনুভৱ কৰিব পাৰিব মোৰ দৰে। তললৈ চাওকচোন, গঙ্গাৰ পানীৰ গৰ্ভত একেই দেখিব শূণ্য, এই সকলো গোটখাই এটা বিৰাট শূণ্য নহয়নে ? কেৱল বতাহ, আকাশ,

পানী, চন্দ্ৰ, তৰা আকৌ বতাহ আৰু সেইবোৰ পাখীলগা জোনাকী পৰুৱা। মই সেই শূণ্যলৈ যাব খোজো, তাত থাকিব খোজো, নোৱাৰোঁ।

তেখেতে ইমান ওপৰত কথা ক'ব পাৰিব বুলি ভৰা নাছিলোঁ। কথাবোৰ মই ভালকৈ বুজাও নাছিলোঁ। নাই বুজা বুলি ক'বলৈও লাজ পালোঁ। নুবুজিলেও ভাবিলোঁ, কথাবোৰ শুনিবলগীয়াই, শুনিবলৈ ভাল লগা। মুখেৰে মাত্ৰ গোনা ম'হে যেতিয়াই-তেতিয়াই কৰাৰ দৰে এক ধৰণৰ শব্দ এটাহে কৰিলোঁ।

কিছুমান মৌন মুহূৰ্ত্ত ভাল লগা, আমনি নলগা। আনে বুজিব পৰাকৈ মই তাৰ এটা ব্যাখ্যাও দিব নোৱাৰোঁ, দিব নোখোজোও।

তেওঁৰ দেহৰ, অন্তৰৰ প্ৰতি অংশৰ টুকুৰা টুকুৰ সৌন্দৰ্য্যৰ ৰেণু বতাহে কাঢ়িয়াই আনি যেন মোৰ গাত চটিয়াই গ'ল। তেওঁৰ দুডাল দীঘল চুলি বতাহে যেন মোৰ গাত থলেহি। মই সেই স্পৰ্শত অনুভৱ কৰিলোঁ। ঠিক সেই মুহূৰ্ত্ততে মই অনুভৱ কৰিলোঁ বতাহে, ৰং-হীন বতাহে, চন্দ্ৰ-তৰা, আকাশ-পানী, জোনাকী পৰুৱা মহাশূণ্যৰ শেষ বিন্দুৰ কোনো এক অচিন সৌন্দৰ্য্য কাঢ়িয়াই আনি যেন তেওঁক দিছে। সেয়ে হয়তো তেওঁ এক সুন্দৰ শূণ্য অৰণ্যৰ কল্পনা কৰিব পাৰিছে।

ঃ আপুনি আশ্ৰমলৈ কিয় গুচি আহিল? ইয়ালৈ অহাতো আপোনাৰ?

ঃ জানো, মই উচিত হোৱা নাই। তথাপি আহিলোঁ। আৰু কলৈ যাম। কোনোবাই জানো মোক আশ্ৰয় দিব? পুতৌ কৰি নহয়, আপোনাকে যদি কওঁ বিয়া কৰাব মোক?

···আপুনি নাজানে আচলতে আশ্ৰমেই মোৰ ঘৰ। পিতৃ মাতৃৰ পৰিচয় মই নাজানো। আশ্ৰমতে ডাঙৰ হৈছোঁ। বাৰ বছৰত আশ্ৰম সলনি হ'ল। ছোৱালীবোৰ বেলেগ কৰি দিলে। তাতে গাভৰু

হ'লো। তাতে এদিন তেখেতৰ লগত চিনাকি হ'লো, তাৰ পিছত বিয়া হ'লো আৰু এতিয়া আকৌ আশ্রমলৈ ঘূৰি আহিলোঁ। বেলেগ আশ্রমলৈ। অন্যধৰণৰ।

ঃ কিয় তেখেতে তেনেকুৱা কৰিলে ?

মই উচপ খাই গ'লোঁ। এক ভয়ার্ত চাৱনিৰে সুধিলোঁ ঃ কি কৰিলে ?

তেওঁ খুব স্থিৰ তীক্ষ্ণ দৃষ্টিৰে মোলৈ চাই ৰ'ল। হঁহাৰ দৰে কিবা এটা কৰিলে আৰু এটা এটা শব্দ এটা এটাকৈ উচ্চাৰণ কৰিলে।

ঃ আপুনি যিটো কথা জোৰকৈ বুজিব খোজা নাই, সেইটোকে সহজকৈ বুজক। মোক তেখেতে মৃত্যুৰ আগে আগে সেইখিনি কৈ গ'ল, যিখিনি আপোনাক কৈছিলোঁ।"

ঃ মই তেওঁৰ হাত দুটা চপাই লৈ চেপা মাৰি ধৰিলোঁ আৰু হাত দুটাৰ ওপৰত কপালখন লগাই তল মূৰ কৰিলোঁ। বহুত দেৰিলৈ একো ক'ব নোৱাৰিলোঁ। এটা সময়ত ক'লোগৈ—

ঃ মই ভালকৈ কান্দিব নাজানো।

এইটো কথা কোৱাৰ লগে লগেই তেওঁ হাত দুটা আঁতৰাই নিলে। কিন্তু মুখেৰে একো নক'লে। মই ঘামিছিলো—ৰঙা পৰিছিলোঁ। কোনো নাৰীৰ ওপৰত মোৰ এনে হোৱা নাছিল। এবাৰ ক'লো—

ঃ মোৰ ঠাইত যদি আপুনি আৰু আপোনাৰ ঠাইত যদি মই হ'লোহেঁতেন, তেতিয়াও আপুনি মোৰ দৰেই আৰু···

ঃ মই আপোনাক কৈফিয়ত্ বিচৰা নাই। মাত্র ।

নহয় নহয় তেনেকৈ নক'ব, আচলতে আপোনাক সেইখিনি কথা ক'বলৈ মোৰ সাহস নাই। মই নোৱাৰোঁ। ··

কিন্তু সেইখিনি তেখেতে ক'ব পাৰিলে। তাকো এজনী অনাথ ছোৱালীক ?—কৰিলে কৰিলে—কিয় কৈ গ'ল ? কিয় কৈ গ'ল মোক ? নোকোৱাকৈওতো গুচি যাব পাৰিলেহেঁতেন। কিমান

ঘৃণনীয়, কিমান ঘৃণনীয় পুৰুষ তেওঁ—মই—মই এটা সন্তান বিচাৰিছিলোঁ। তেওঁ দিব নোৱাৰিলে। প্ৰতিবাৰেই বিফল হ'ল। এতিয়া ভাবোঁ ভাল হ'ল, তাকো মই ঘিণ কৰিলোহেঁতেন। টেটু-চেপি মাৰিলোহেঁতেন।

আপুনিওতো এজন বিবাহ উপযুক্ত যুৱক। আপুনি তেখেতৰ দৰে কৰিব পাৰিবনে ?

মই লগেলগেই কলোঁ--

ঃ আপুনি মোক তেনেকুৱা এটা প্ৰশ্ন নকৰিব। মই ভাবিবও নোৱাৰোঁ।

ঃ তেখেতে কিয় পাৰিলে ?

মই বহুত দেৰিলৈ একো ক'ব নোৱাৰিলোঁ। কিন্তু তেওঁ মোক পুনৰ একেটা কথাই সুধিলে।

মই ক'লোঁ ঃ "সেইটোৱো মই নাজানো, আপোনাক একো ক'বও নোৱাৰোঁ। আপুনি নিজে নিজে যিটো বুজিছে সেইটোৱে শুদ্ধ।"

তেওঁ মোক পুনৰ তেনেকুৱা প্ৰশ্ন নকৰিলে। তাৰ পৰিৱৰ্তে ক'লে—

ঃ মই সকলো মতা মানুহকে ঘিণ কৰোঁ। কিন্তু আপোনাক নকৰোঁ আৰু কিয় নকৰোঁ বা কৰিব নোৱাৰোঁ সেইটোও মই জানো —এটা ধাৰণা আছে। কিন্তু বাকী সকলোকে কিয় ঘিণ কৰো মই, নাজানো—ভালদৰে নুবুজো - আপোনাৰ আৰু বাকীবোৰৰ মাজত এটা ভাল পাৰ্থক্যও বিচাৰি নাপাওঁ।

ঃ আপোনাৰ হয়তো ভাল ঘনিষ্ঠতা হোৱা নাই। সকলো মানুহ ভাল—সকলো মানুহ বেয়া।

তেওঁ এটা সেমেকা হাঁহি মাৰিলে।

ক'লে ঃ মই জানো, আপুনি তেনেকৈয়ে ক'ব। এইটোও জানো আপুনি মোৰ বাবে কিবা এটা কৰিব বিচাৰে। কিন্তু কি

কৰিব সেইটোহে নাজানে। একো কৰিব নোৱাৰে আপুনি। এতিয়া আৰু কৰিব কিটো? কিন্তু আপুনি এটা কাম নিশ্চয় কৰিব। এই ফালে আহিলে মোক লগ নকৰাকৈ নাযাব। মই আপোনাৰ লগত এনেকৈ কথা পাতিব খোজো। আপুনি ভাবি চাওক, তেখেতৰ মৃত্যুৰ পৰা মই কথা পতা নাই। আপুনি মোৰ অনুৰোধটো ৰাখিবনে?...

: ৰাখিম।

: ধন্যবাদ। আমাৰ আশ্ৰমৰ ঘণ্টা বাজিছে সেয়া। মোৰ যাবৰ সময় হ'ল। ব'লক। কাইলৈতো যাবগৈও।

: আপুনি যাওক। মই অলপ লাহে লাহে যাম। যদি বেয়া নাপায়, এটা কথা সুধিম।

: সোধক।

"আপুনি চিঠিতো আপোনাৰ নামটো লিখা নাই। মই আপোনাক তেখেতৰ পৰিবাৰ বুলিয়ে জানো। মই আপোনাৰ নামটো জানিব খোজে।"

তেওঁ অণকমান হাঁহিলে, বেঁকাকৈ ক'লে।

"সৰুতে মোৰ এটা নাম আছিল। বিয়াৰ পিছত সেইটো নাইকিয়া হৈ গ'ল। এতিয়াটো মোৰ নাম—অলেখ। যি নামেৰেই মাতে আপুনি। আপুনি তেন্তে বহক অলপ। মই যাওঁ।...

তেওঁ গুচি গ'ল—কিবা প্ৰশ্ন কৰাৰ আগেয়ে। তেওঁৰ শেষ কথাকেইটা অৰ্থহীন নে অৰ্থপূৰ্ণ? এটা প্ৰশ্ন হৈ গ'ল—কিন্তু তেওঁ তেওঁৰ শূণ্য অৰণ্যৰ পৰা শূণ্য হৈ গ'ল—হওক সেয়ে ভাল। সেইখিনি কথা কিমান অৰ্থপূৰ্ণ মই জানিব নিবিচাৰোঁ কেতিয়াও।

নিস্তব্ধ, নহয়—একেবাৰে নিস্তব্ধ নহয়। গঙ্গা নদীৰ গৰ্ভৰ শব্দ শুনিছোঁ—বতাহৰ শব্দ শুনিছোঁ—সহস্ৰ জোনাকী পৰুৱাৰ পাখীৰ ধপধপনিত হোৱা এক সুমধুৰ মূৰ্চনাও শুনিছোঁ। কিন্তু সেই প্ৰতিটো শব্দই অৰ্থহীন হৈ ৰ'ল। একো যেন নুবুজিলোঁ। ঠিক তেওঁৰ শূণ্য অৰণ্যক নুবুজাৰ দৰে, মহাশূণ্যক নুবুজাৰ দৰেই। নুবুজাৰ বাবে আক্ষেপ নাই। সেইখিনি মই নুবুজাকৈয়ে থাকিব বিচাৰোঁ। আনেও নুবুজিব পাৰে, নেলাগে বুজিব।

# অজ্ঞেয়

তিনি আলিটো দেখিবলৈ একেবাৰে ইংৰাজীৰ টি আখৰটোৰ দৰে। মূল পথটো পকা, ইটো কেঁচা ; খুআলি ধূলিৰে পোত খাই থাকে, বাৰিষা বোকাৰে। ঠাইডোখৰ পৌৰ এলেকাৰ ভিতৰত নপৰে। পিছে পৌৰ এলেকাৰ কাষৰে।

ইংৰাজী টি-টোৰ ওপৰত নালটোৰ ঠিক পোনে পোনে বকুল গছডালৰ তলত কমলাকান্তৰ গেলামালৰ দোকান। এইডোখৰ ঠাইৰ বেছ জনপ্ৰিয় আৰু দৰকাৰী দোকান সেইখন। দৰাচলতে সেইখন দোকানৰ মাল গেলামাল নহয় ; সেইবোৰৰ নাম হ'ল 'কমলাৰ মাল'। এইডোখৰ ঠাইত বজাৰ কৰি উভতি অহা জনক চিনাকিজনে সোধে, "অ' হয়নে,—টাউনৰ ফালে পাক মাৰিলে নে "কমলাৰ মাল ?"

এই কমলাকান্তৰ দোকানতে গধূলি এপাক নামাৰিলে পৰিব্ৰৰ প্ৰধান দৰকাৰী কাম এটা থাকি গ'ল যেন লাগে। কমলাকান্তয়ো গধূলি পৰিব্ৰ অহালৈকেহে বাট চাই থাকে। পৰিব্ৰৰ পুৰণা ৰাজদূতখনে বকুলতলত ধপধপালেই কমলাকান্তই দোকানৰ মাল-জোখা ল'ৰাকেইটাক দোকান বন্ধ কৰিবলৈ কয়।

এইটো কমলাকান্তৰ দহ বছৰীয়া পুৰণা অভ্যাস। ৰাতি সাতৰ পৰা আঠ বজাৰ ভিতৰত পৰিব্ৰ আহে আৰু তেওঁ আহিলেই কমলাকান্তৰ দোকানৰ দুৱাৰত তলা ওলমে।

কমলাকান্তৰ দোকান আৰু ঘৰ লগালগি। এইফালে পৰিব্ৰ আহি ভিতৰ সোমাইহি মানে দোকানৰ একেবাৰে পুৰণা কৰ্মচাৰী নাৰায়ণে পিছফালৰ বাটটোৰে গৈ পাগঘৰটোৰ ওচৰত হিচাপৰ চিঞৰ এটা মাৰেগৈ,—

"বাইদেউ,—অ।"

মানে—বাইদেউ চাহ দিবৰ হ'ল। এইটো কাম কৰিবলৈ নাৰায়ণক হুকুম দিব নালাগে। সি নিজেই কৰে।

পৱিত্ৰ দোকানৰ ভিতৰ সোমায়েই তিনি ফুট বহল, সাত ফুট দীঘল অসমীয়া গাদীখনৰ ওপৰত কমলাকান্তৰ ঠিক মুখামুখিকৈ লেপেটা কাঢ়ি বহেহি। কমলাকান্তই প্ৰথমে দীঘলীয়া, দুই মুৰ বন্ধা গাৰু এটা আগবঢ়াই দিছে। মুখেৰে একো নকয়। অন্য এটা গাৰুত তেওঁ নিজেও পিঠিখন হলাই দিয়ে। তেনেকৈ আধা-শোৱা আধা-বহা অৱস্থাত থাকিলে তেওঁৰ পেটটো বেছ বেয়া দেখাকৈ ওলাই পৰে। পৱিত্ৰই আক' সেইটো পেটৰ ওপৰতে, হাতেৰে ঢুকি পোৱাতে থকা ৰেডিঅ'টো টান মাৰি আনি আলফুলে তুলি দিয়েহি। ইয়াৰ বিপৰীতে কমলাকান্তই চাৰমিনাৰ ছিগাৰেটৰ পেকেট এটা বন্ধুৰ ফালে আগবঢ়াই দিয়ে; তাৰ পাছত ৰেডিঅ'টো পকাবলৈ আৰম্ভ কৰি সোধে,—"ক'ৰ পৰা আহিলা ?"

পৱিত্ৰই উত্তৰ নিদিয়ে। একান্তমনে ছিগাৰেট এটা জ্বলাই বৰ দীঘল হোপা এটা বা দুটা মাৰে; তাৰ পাছত প্ৰথম বাক্যটো কয়, —"তোমাৰ বজাৰ কেনেকুৱা ?"

পিছে কমলাকান্তয়ো একো উত্তৰ নিদিয়ে। তেওঁ যেন শুনাই নাই, তেনেকুৱা ভাবত একান্তমনে ৰেডিঅ' পকোৱাত ব্যস্ত থাকে।

দুয়োজন বন্ধুৰে ইজনে সিজনক এনেকুৱা বহুত প্ৰশ্ন কৰে। কিন্তু কোনোজনেই কাহানিও উত্তৰ নিদিয়ে আৰু আচৰিতভাৱে প্ৰশ্ন কৰাজনে পুনৰ উত্তৰো নিবিচাৰে। তেনেকৈয়ে যেন তেওঁ-লোকে ইজনে সিজনক বুজিব পাৰে।

আখজা যেনো নালাগে। তেওঁলোকৰ মাজৰ কথোপকথনত, শৰীৰৰ চাল-চলনত কোনো কৃত্ৰিমতা নাই। গাম্ভীৰ্য আছে, সহজ ভংগিমাও আছে। এক ধৰণৰ ৰসো অনুভৱ কৰা যায়।

অথচ দুয়ো বন্ধুৰ মাজত শাৰীৰিক অথবা মানসিক নাইবা চিন্তাধাৰাৰ খুব কমেই মিল দেখা যায়। এজন শকত, পেটুৱা, তপা, তেওঁৰ গাৰ মঙহ ঢিলা। আনজন ক্ষীণ। কিন্তু আটিল, শুৱনি, তেওঁৰ চকুত তীব্ৰতা আছে। কমলাকান্তই ধুতি-পাঞ্জাবি পিন্ধে; পৰিপাটিও নহয়, একেবাৰে জথলাও নহয়। পবিত্ৰ ডেকা ল'ৰা থকাদি থাকে। ধুনীয়া, যথেষ্ট দামী পেণ্ট-ছাৰ্ট। খাৰো ভাঁজ বৈ থকা।

'পাৰিবাৰিকভাৱে কমলাকান্তৰ সকলো আছে। পত্নী-পুত্ৰ-কন্যা, ঘৰ-সম্পত্তি সকলো। পবিত্ৰৰ কোনো নাই। যিবা মাক এজনী আছিল কিছু দিন আগতে ঢুকাল। ইফালে নিজে বিয়া-বাৰু নকৰালে। এতিয়া আৰু সময় পাৰ হৈ যোৱাৰ দৰে।

কিছুদিনৰ আগলৈকে কমলাকান্তই সেইটো কথাতে পবিত্ৰৰ লগত পেৰি-পেৰি লাগি আছিল ;—

"কিনো লগাটোতে লাগি থাকাহে তুমি? কি লাভটো হ'ব তোমাৰ? কিটো পাবা তুমি? এবাৰ মনলৈ জোৰ এটা আনি বিয়াখন পাতি পেলোৱাচোন। শুনিছা? ছোৱালী মই দিম। কোৱা ৰাজী? --ৰাজীনে?

নাই, পবিত্ৰৰ কোনো উত্তৰ নাই। তেওঁ বায়ন বহা দি, দুয়োটা আঁঠুৰ ওপৰত হাত দুখন বোলাই, মূৰটো হলাই-হলাই খুব খোল বজাই থাকে। বৰকৈ কৈ থাকিলে তেওঁ কেতিয়াবা হাঁহি একোটা মাৰে। সেইটো হাঁহিত বহুত কথা লুকাই থাকে। বুজিবলৈ টানো লাগে, উজু যেনো লাগে। কেতিয়াবা পেৰ-পেৰকৈ লাগি থকা কমলাকান্তক হঠাতে তেওঁ সোধে, "হেৰি নহয়, এইকেইদিন তুমি নিজে চবুলৈ যাবলগীয়া হৈছে নহয় হ'বলা? মোকো এসাজ খুৱাবা।"

এনেকুৱা সময়ত আক' পবিত্ৰই ডিঙিটো সম্পূৰ্ণ বেঁকা কৰি চকুৰ দৃষ্টি তুলিখনৰ ওপৰত দি লয়। তেওঁ হাঁহি আছেনে, গহীন হৈ আছে ধৰিব নোৱাৰি।

দুয়োজনৰ মাজত আৰুনো কিহত মিলটো থাকিল ? এজন হ'ল গেলামালৰ মহাজন, আৰু সিজন হ'ল ল'ৰা-ছোৱালী পঢ়োৱা শিক্ষক। কমলাকান্তয়ো কিছু পঢ়াশুনা কৰিছিল। হিচাপ-নিকাচৰ একো অসুবিধা নাই। তথাপি কেতিয়াবা বৰ দীঘলীয়া যাকীৰ অংক যোগ কৰি আমনি লাগিলে পৱিত্ৰলৈ ঠেলা মাৰি দিয়ে। এনেয়েও পৱিত্ৰ অংকৰে শিক্ষক।

তথাপি দুয়োজন অন্তৰংগ বন্ধু। তেওঁলোকৰ মাজৰ সম্পৰ্কত একধৰণৰ ৰোমাঞ্চ আছে। আকৰ্ষণ আছে। তেওঁলোকৰ মাজত ইমান অমিল বাবেহে যেন দুয়োজনৰ মাজত ইমান মিল।

পৱিত্ৰইতো একেবাৰে সৰু-সৰু কথাতে দৰ্শনৰ পাতনি মেলে। —“এইটো উচিত নহয়। তুমি এনেকুৱা কৰিব নালাগে। এইটো প্ৰিনছিপল হ'ব নোৱাৰে। ই কোনো দৰ্শনৰ ভিতৰত নপৰে। কিয় কৰিবা তুমি ?”

কমলাকান্তই তেতিয়া বৰ ব্যস্তভাৱে নিজৰ কাম কৰি থাকে। দেখিলে তেওঁ এটাও শব্দ নাই শুনা যেন লাগে। পিছে তেওঁ বোধকৰোঁ প্ৰত্যেকটো শব্দই শুনি থাকে। তেওঁ এইবোৰৰ একো উত্তৰতো পৱিত্ৰক নিদিয়েই, বৰঞ্চ বহুত দেৰিৰ মূৰত বন্ধুৰ একেবাৰে অপ্ৰাসংগিক কথা এটাহে কয়, “বাৰু। হেৰি নহয়, বিয়াখন পাতা। প্ৰিনছিপলটো অলপ সলনি কৰা আৰু।”

আচৰিত কথোপকথন তেওঁলোকৰ। তেওঁলোকে এজনে আনজনৰ লগত যুক্তিতৰ্কৰে ফেৰ নামাৰে। উভতিও নধৰে। কিন্তু কাম সেইটোহে কৰে যিটো নিজে-নিজে উচিত বুলি ভাবে। সেইটো দুয়োজনে জানেও। জানিও ইজনে সিজনৰ লগত লাগি থাকে। হয়তো তাতো এক ৰস আছে। নুবুজা কিবা এটা বুজিব পাৰি। সহজো অথচ বৰ সূক্ষ্ম।

কেতিয়াবা তেওঁলোকে নিজে-নিজে বুজি পোৱা যেনো লাগে যে তেওঁলোকে এয়া ভুল কৰিছে। কিন্তু সেইটোকে ইজনে

আনজনক দেখুৱাই দিলেও তেওঁলোকে শুদ্ধ কৰি নলয়। ভুলটোকে কৰি থাকে।

এনেকুৱা আচৰণৰ পাছতো কোনোজনেই আনজনৰ ওপৰত বিৰক্ত বা আচৰিত হোৱা যেন নালাগে। মুখেৰে লাগিলে ৰিহকে নকওক। ঠিক যেন সকলোতে কাব্যিকতাৰ সোৱাদ পোৱা দুজন ব্যক্তি।

"ভাব সাগৰত ডেউকা লগাই উৰি ফুৰা মানুহৰ দল। ভুলেইতো সকলোতকৈ স্বাভাৱিক কথা!"

"জানে তেওঁ, এয়া তেওঁ ভুলেই কৰিছে। সামাজিক ভুল, বান্ধোন সুলকি পৰা ভুল। বিবেকে তেওঁক কৈছে, সেইটো ভুল। তথাপি—কৰিব লাগিব। নহ'লে যে হেৰাই যাব লাগিব। হেৰুৱাই পেলাব লাগিব। নিজকে নিজৰ ওচৰতে!"

অথবা "ভুল? ভুল যদি কৰিছা, ভুলৰ সাঁকোৱেই তৈয়াৰ কৰা, যাতে তাৰ ওপৰেৰে পাৰ হৈ যাব পাৰা।"

কোনে কি বুজিব পাৰে এনেকুৱা কাব্যিকতাৰ পৰা? জীৱন জীৱনেই। জীৱন এটা ছন্দময় বাক্য নহয়। হয়তো অকল এইটোকেহে বুজি পায় দুয়োজনে। সেয়ে তেওঁলোক বিৰক্ত নহয়। আচৰিতো নহয়।

কিমান যে তীক্ষ্ম বাক্যৰে বিন্ধ কৰে ইজনে সিজনক! সিদিনাৰ নাৰায়ণৰ ঘটনাটোতে। কিমান যে কি নাগালে পৰিত্ৰই। অথচ নিৰ্বিকাৰ কমলাকান্ত। উত্তৰেই নিদিলে। পৰিত্ৰই শেষত এনেকৈও কৈ চালে,—"বুজিছা, মৌনতাত হেনো দুৰ্গন্ধ থাকে। মৰা ক'লা সাপৰ দৰে।"

নাই, তথাপি উত্তৰ নাপালে পৰিত্ৰই।

ঘটনাটো সৰু অথবা ডাঙৰ দুয়োটাই হ'ব পাৰে। দোকানৰ কৰ্মচাৰী নাৰায়ণৰ একমাত্ৰ ছোৱালীজনী মৰিল। তিনি বছৰ হৈছিল। শেষ অৱস্থাত বাপেকে তাইক চৰকাৰী চিকিৎসালয়-

খনলৈ নিছিল। একো লাভ নহ'ল। এতিয়া মাকৰো একেই জনুৰ।

পৱিত্ৰৰ মতে মানুহৰ জীৱনলৈ ইয়াতকৈ আৰু কি মৰ্মান্তিক দুখ, ডাঙৰ বিপদ আহিব পাৰে? আগলৈ নাই, পাছলৈ নাই, থুনুক-থানাক মাতৰ ছোৱালীজনী মৰি থাকিল। আনহাতে কমলাকান্তৰ বাবেই এনে হ'বলৈ পালে। তেওঁ নাৰায়ণক বৰ কম পইচাত খটুৱাই আছে। পৱিত্ৰই সুবিধা পালেই কয়, "তুমি নাৰায়ণক অলপ বেছিকৈ দিয়াটো কৰা। সিওতো মানুহ! তাৰো এটা মন আছে। সি যিমান খাটে সেইমতে পইচা পোৱাটো উচিত।"

সেইখিনি সময়ত কমলাকান্ত বৰ ব্যস্ত থাকে। আঙুলিৰ পাববোৰত বৰ দৰকাৰী হিচাপ এটা কৰি থাকে। মাজতে পাব এটাত ধৰি সোধে,—"হেৰা, পাঁচ-ষোল্ল গুণ কিমান?"

পৱিত্ৰই পিছে ইমান সহজে এৰি নিদিয়ে, আচৰিত, একেবাৰে আচৰিত মানুহ তুমি! তোমাৰ পৰিয়ালৰ এটা মানুহে বেয়াকৈ খায়, বেয়াকৈ থাকে আৰু তাকে চাই তুমি আনন্দ পোৱা? এয়াটো দেখ-দেখ অন্যায়! কি যুক্তি আছে ইয়াৰ? আচৰিত, মইতো ভাবিবও নোৱাৰোঁ।"

কোৱাই কৈ থাকে; কমলাকান্তৰ নোম এডালো নকলে। আৰু বেছি পেতপেতাই থাকিলেও কমলাকান্তই উত্তৰ নিদিয়ে। কেতিয়াবা ওলোটাই প্ৰশ্নহে কৰে। সেইবোৰৰো আক' একোটা গত আছেঃ "হেৰা, তুমি সস্তাত হাজিৰা কাম কৰা মানুহ বিচাৰিছিলা নহয়? পালা নে কি? আজি দুটা আহিছিল। পিছে দামে-দৰে নিমিলিল। পাঁচ টকা বেছি লাগে। এ নললো। বজাৰত যিটো চলি আছে সেইমতেহে পাব, কি কোৱা? তেনেকৈ দাম ক'লে কোনে কাম দিবহে? নিজে মৰিব। এই কিছুমান মানুহৰ বুজিছা, ব্যৱসায়িক ধাৰণা একেবাৰে নাইহে।"

হাঁহি উঠি যায় পৰিত্ৰৰ। খং নুঠে। খং কমলাকান্তৰো নুঠে। এনেকুৱা এটা সাধাৰণ কথাৰ বাবে তেওঁলোকে এজনে আনজনৰ সংগ ত্যাগ কৰিব নোৱাৰে। তেওঁলোকৰ বন্ধুত্বই তেনেকুৱা।

সিদিনাও পৰিত্ৰৰ খং উঠা নাছিল। কিন্তু তেওঁ কমলাকান্তক চিধাচিধিকৈয়ে কৈছিল, "প্ৰকাৰান্তৰে নাৰায়ণৰ ছোৱালীজনী যে তোমাৰ বাবেই মৰিল, সেই কথাটো তুমি অনুভৱ কৰিৱানে? তুমি তাৰ প্ৰাপ্য দুপইচা বোঁছকৈ দিয়াহেঁতেন সি কিজানি বহুত আগতেই ছোৱালীজনী ডাক্তৰৰ ওচৰলৈ নিলেহেঁতেন। তেতিয়া কিজানি তাই নমৰিলহেঁতেন। তুমি বুজিব পাৰানে যে দুখীয়া জনজাতিহীন বাবেই ছোৱালীজনী মৰিল!"

নাই, কমলাকান্তৰ একো খবৰেই নাই। গুদামত মজুত ৰখা মালৰ হিচাপৰ বহীটোতহে চকু তেওঁৰ। মাজে মাজে মাত্ৰ তেওঁ কলম ধৰা হাতখন মুঠি মাৰি টান কৰি দেখুৱালে। পৰিত্ৰই তেওঁক আৰু বহুত কিবা ক'লে। বহুত কিবা বুজালেও। তথাপি কমলাকান্তই কথাবোৰত একো গুৰুত্ব দিয়া যেন নেদেখুৱালে। চাহ-জলপান খাই উঠাৰ পাছত তেওঁ বন্ধুলৈ ছিগাৰেট এটা আগবঢ়াই দি সুধিলে, "তোমাৰ কাইলৈ স্কুল আছে নে?"

পৰিত্ৰই একো নক'লে। বহুত দেৰিলৈকে তেওঁ মনে-মনে বহি থাকিল। তেওঁ দুয়োখন হাতৰ দহোটা আঙুলিৰ গাঠিবোৰ ফুটাবলৈ যত্ন কৰিলে। কোনোবাটো কতবকৈ ফুটিল। কোনো-বাটো নুফুটিল। তাৰ পাছত তেওঁ আকৌ মুখ খুলিলে,— "কিছুমান কথাৰ বিপৰীতে একো নমতাকৈ থকাটো ভীৰুতাৰ পৰিচায়ক। ঠিক মোৰ এটা প্ৰশ্নৰ বিপৰীতে আমাৰ স্কুলৰ কোনোবা এটা শ্ৰেণীৰ সকলো ছাত্ৰই নমতাকৈ থকাৰ দৰে। কিন্তু সিহঁতে নাজানে বাবে নামাতে। জানি-শুনি নমতাজন···? তুমি বাৰু মোৰ কথাবোৰ শুনিছানে?"

কমলাকান্তই হিচাপৰ বহীকেইটা সামৰি থলে; বৰ দৰকাৰী

কিবা এটা চিন্তা কৰাৰ দৰে কৰিলে ; তাৰ পাছত পুনৰ স্বাভাৱিক অৱস্থালৈ আহিল। পৱিত্ৰৰ চকুলৈ চাই তেওঁ ক'লে, "হেৰা, আজি নগৰত বাছ এখনৰ দুৰ্ঘটনা হৈ বহুত মানুহ মৰিলহে! তুমি খবৰটো পোৱা নাই ?"

পৱিত্ৰই কেইবাবাৰো মূৰটো কিবা-কিবি ধৰণেৰে লৰাই থাকিল। হাতৰ তলুৱা দুখন সমানে-সমানে যোৰা লগালে। মাজে-মাজে তলুৱা দুখনৰ মাজটো ফোপোলা কৰি চালে। অলপ সময় তেওঁ তেনেকুৱাবোৰকে কৰি থাকিল। তাৰ পাছত ফতকৰে যাবলৈ বুলি উঠিল। কিন্তু প্ৰথম খোজটো আগবঢ়াই পুনৰ ক'লে, —তুমি বিশ্বাস কৰা উচিত যে তোমাৰ দোষৰ বাবেই ছোৱালীজনীৰ মৃত্যু হৈছে। তোমাক কোনেও দোষী বুলি নকয়। আইনেও নধৰে। অকল মই তোমাক দোষী বুলি কৈছোঁ, আৰু তুমি নিজেও নিজকে তেনেকৈ কোৱাটো মই বিচাৰোঁ। নিজক ফাঁকি দিয়াটো পাপ।"

কথাকেইটা কৈ তেওঁ নাটকীয় ভংগীৰে তাৰ পৰা ওলাই গ'ল। কমলাকান্তই ডিঙিটো এফলীয়াকৈ বেকা কৰি পৱিত্ৰ ওলাই যোৱা ভংগীমাটো চাই থাকিল। আগফালে বকুলতলত যেতিয়া ৰাজদূতৰ মামৰে ধৰা 'কিক্'ডালে বৰ জোৰে-জোৰে শব্দ কৰিলে, কমলাকান্তইও তেতিয়া সমান জোৰেৰেই শব্দ কৰি হাঁহিবলৈ ধৰিলে। হাঁহিৰ মাজতে তেওঁ চিঞৰিলে, "লাহে-লাহে যাবাহে।'

পৱিত্ৰ কিন্তু লাহে-লাহে যোৱা নাছিল। বেছি জোৰেহে গৈছিল। খঙো উঠা নাছিল তেওঁৰ। এনেয়ে জোৰে গৈছিল আৰু এইটোও ঠিক যে তেওঁলোকৰ মাজৰ বন্ধুত্বত কোনো ধৰণৰ ফাট মেলা নাছিল বা নেমেলেও। এইবোৰ তেওঁলোকৰ মাজত ঘটি থকা সাধাৰণ ঘটনা।

দুয়োজন পাছদিনাই একেবাৰে সহজভাৱে একেলগ হ'ল আৰু এনেকুৱা আচৰণ কৰিলে যে আগদিনাৰ কথাবোৰ বহুত পুৰণি হৈ

পৰিল। দুয়ো একেলগে ৰাজদুতত উঠি নাৰায়ণক মাত লগাবলৈও গ'ল। সেই পুৰণা ৰাজদুতখনত দুয়োজনৰ একেবাৰে অমিল পোছাক আৰু অমিল শাৰীৰিক সৌন্দৰ্য্যই গোট খাই যেতিয়া এক গতিৰে গতি কৰে, তেতিয়া এক অনন্য গতিশীল সৌন্দৰ্য দেখা যায়। নিজে বুজিব পাৰি, আনক বুজাব নোৱাৰি।

নাৰায়ণে পিৰালি চিকুটি বহি আছিল। সি কিবা এটা গম পাযো কব নোৱৰাৰ দৰে বহি আছিল। গভীৰ ৰাতি কোনোবা গাভৰুৰ ভৰিৰ চিৰা-ঢেঁকীৰ শব্দটোৱে কাণত কোবোৱাৰ দৰে হয়তো ধপধপাই থকা ধপধপিৰ শব্দটোৱে নাৰায়ণৰ কাণত কোবাইছিল; পিছে সিও শুই আছিল গভীৰ ৰাতিৰ দৰে, তাৰ মনৰ মাজত।

পৰিত্ৰৰ ভৰি দুটাত ধৰি নাৰায়ণে যেতিয়া হুক্‌হুকাই কান্দিবলৈ ধৰিছিল, পৰিত্ৰই তেতিয়া একো ক'ব পৰা নাছিল। তেওঁ নিজেই চকু দুটা ধৰি ৰাখিব নোৱাৰিছিল। মাটিতে বহি পৰিছিল আৰু নাৰায়ণক সাবটি ধৰিছিল।

কমলাকান্তই বাওঁ হাতেৰে চুৰিয়াৰ থোৰটো মুঠি মাৰি ধৰি চোতালখনত ইফালৰ পৰা সিফালে অহা-যোৱা কৰিছিল; মাজতে এটুকুৰা ঠাইত ভৰি দুটা লগলগাই বৈ দিছিল আৰু কালৈকো নোচোৱাকৈ নাৰায়ণ বাউৰিক উদ্দেশ্য কৰি একোটা সান্ত্বনাৰ বাণী আওৰাইছিল।

হাত-ভৰিবোৰ সৰু, পেটবোৰ ডাঙৰ, ক'লা বৰণৰ, অৰ্ধউলংগ কেতবোৰ সৰু ল'ৰা-ছোৱালীয়ে ৰাজদুতখন বেৰি ধৰিছিল। কঁকালত গামোচা পিন্ধা উদং, পিছল গাৰ আটিল ডেকা এটাই হাতত চেকণি এডাল লৈ ল'ৰা-ছোৱালীজাককে খেদি দিছিল; তাৰপাছত সি নিজে ৰাজদুতখন চাবলৈ ধৰিছিল।

কমলাকান্তই সেইটো ল'ৰাকে ওচৰলৈ মাতি আনি নাৰায়ণৰ পৰিবাৰৰ অসুখৰ কথা সুধিলে। কেনে পাইছে, হৈছে কি, দৰৱ

দিছেনে নাই, দৰবে কাম কৰিছেনে নাই, দৰব আনিবলৈ পইচা আছেনে নাই ?

তাৰ পাছতে কমলাকান্তই মৰম মিহলোৱা মাতেৰে নাৰায়ণক গালি পাৰিবলৈ ধৰিলে, "তোৰ ঘৰত বেমাৰ। তাই মোক প্ৰথমেই খবৰ দিব লাগেনে নালাগে ? তই মোক খবৰ দিলিগৈ কেতিয়া ? আৰু কলিগৈ কি ? — বাবু ছোৱালীটোৰ বেমাৰ, পিল কেইটামান লাগিব। হেৰ' সকলো বেমাৰ পিল খালে ভাল নহয় নহয়! এতিয়া কান্দিছ। হেৰ' কান্দিব নালাগে, এতিয়া মানুহজনী চা। দৰব দে। দৰকাৰ হ'লে ডাক্তৰৰ ওচৰলৈ লৈ যা। পইচাৰ কথা ভাবিব নালাগে। শুনিছনে নাই ?"

পইচা শব্দটো কমলাকান্তই দৰকাৰতকৈ ডাঙৰকৈ ক'লে। লগে-লগে জেপত হাত ভৰালে। এবাৰ পৱিত্ৰৰ ফালে চালে। এনেয়ে।

চিকিৎসাৰ কথাটোত পৱিত্ৰয়ো জোৰ দিলে। তেওঁ নিজৰ পৰাও কিছু টকা নাৰায়ণৰ হাতত দি আহিল আৰু কিবা দৰকাৰ হ'লেই খবৰ দিবলৈ কৈ আহিল।

উভতি আহোঁতে কোনোজনেই একো কথা নক'লে। নিজৰ-নিজৰ ভাবত বিভোৰ হৈ আহি থাকিল। খালী মাজে-মাজে কমলাকান্তই পৱিত্ৰৰ কান্ধ দুটা লাহেকৈ পিটিকি চালে। নিজৰ দোকানাৰ সম্মুখত কমলাকান্ত যেতিয়া নামিল, তেতিয়া পৱিত্ৰই ক'লে, "কিছুমান কথা অনুভৱ কৰিব পৰা ক্ষমতা শিক্ষিত-অশিক্ষিত সকলো মানুহৰে সমান বুজিছা। মৰাসকাম পাতিবলৈ পইচা দিবলৈ সংকোচ বোধ কৰাতকৈ, জীয়াই থাকোঁতেই যি পাৰা কৰাটো উচিত।"

কমলাকান্তই একো নক'লে। কিন্তু তেওঁ পৱিত্ৰৰ মুখলৈ চালে ; অলপ পৰ চাই থাকি নিজৰ মুখখন পৱিত্ৰৰ ফালে আগুৱাই নিলে ; হাতেৰে কন্ধুৰ চুলিত ধৰিলে আৰু লগে-লগে ক'লে— "হেৰা, তোমাৰ চুলি পকিছেহে।"

পৱিত্ৰই এক ধৰণে কমলাকান্তলৈ চালে। তেওঁৰ হাঁহি উঠিছিল নেকি? কিন্তু তেওঁ হঁহা নাছিল; তলৰ ওঁঠখনৰ অকণমান কামুৰি ধৰিছিল। মটৰ চাইকেলখনৰ একছেলেৰেটৰ ডাল তেওঁ দুবাৰমান পকালে। ঘোৰোক-ঘোৰোক শব্দ হ'ল। ধোঁৱা এসোপা ওলাল। সেই ধোঁৱাৰ মাজতে চকুৰেই যাওঁ বুলি কৈ তেওঁ গুচি গ'ল।

সাধাৰণতে বিশেষ কাৰণ নাথাকিলে পৱিত্ৰ ইমান সোনকালে ঘৰলৈ নাযায়। কিনো কৰিবগৈ গৈ! খোৱা-বোৱাৰ যোগাৰ কৰিব পৰাকৈ ল'ৰা এটাও আছে। তেওঁৰ কামেই নাথাকে; ঘৰখৰ আচলতে ল'ৰাটোৰহে। তেওঁ আলহীৰ নিচিনাহে। ল'ৰাটো কেঁচুৱাৰে পৰা আছে বুলিব পাৰি। পৱিত্ৰক সি তই বুলি সম্বোধন কৰে। তাৰ মুখৰ এইটো শুনিবলৈ বৰ ভাল লগা। পৱিত্ৰয়ো বৰ মৰম কৰে তাক। সিহে ওলোটাই পৱিত্ৰক ডাঙৰ কথা কয়ঃ

"তই ঘৰলে' সোনকালে আহিবি। নহ'লে দুৱাৰ বন্ধ পাবি।"

"তোক কাহানিবা বান্ধিহে থব লাগিব।"

এই ধৰণৰ।

পৱিত্ৰই অকলে-অকলে হাঁহি থাকে। একো নকয়। সেইটো ল'ৰায়ে পাছদিনা ৰাতিপুৱা পৱিত্ৰৰ গাত ঠেলা এটা মাৰি টোপনিৰ পৰা জগাই দিলে। তেনেকুৱা সি সাধাৰণতে নকৰে। তথাপি পৱিত্ৰই 'ওঁ-আ' কৰিহে আছিল। পিছে ল'ৰাটোৱে যেতিয়া ক'লে কোনোবা মৰিল; তেতিয়া পৱিত্ৰ উচপ খাই উঠিল, "কোন মৰিল?"

"হেই, মই বুজি-চুজি নাই পোৱা। তই যাচোন। উঠ।"

পৱিত্ৰ লৰালৰিকৈ বাহিৰ পালেগৈ। কমলাকান্তই ল'ৰা এটা পঠাইছে, কাগজ এটুকুৰা দি। নাৰায়ণৰ মানুহজনীও মৰি থাকিল। নাৰায়ণে কন্দাও নাই, মতাও নাই।

খবৰটো পাই পৱিত্ৰই নিজকে প্ৰায় পাহৰি যোৱাৰ দৰে আচৰণ কৰিলে। কেতিয়ানো তেওঁ কাপোৰ-কানি সলাই ঘৰৰ পৰা ওলাই গ'ল তেওঁ যেন নিজেই ভালকৈ ধৰিব নোৱাৰিলে। আনকি তেওঁ কমলাকান্তৰ ঘৰলৈও নগ'ল ; পোনে-পোনে গৈ নাৰায়ণৰ ঘৰ পালেগৈ।

নাৰায়ণ চোতালখনৰ মাজতে লেপেটা কাঢ়ি বহি আছিল। শ্মশানৰ পৰা অহাৰ পাছৰে পৰা সি হেনো তেনেকৈয়ে এফলীয়া কাটি বহি আছে। মুখত কোনো অভিব্যক্তি নাই। একো যেন হোৱাই নাই। কোনেও তাক তাৰ পৰা লৰচৰ কৰিব পৰা নাই। কমলাকান্তয়ো নোৱাৰিলে। একো কৰিব নোৱাৰিহে তেওঁ পৱিত্ৰলৈ খবৰ পঠালে।

পৱিত্ৰই কি চিন্তা কৰিলে বুজা নগ'ল। তেওঁ নাৰায়ণৰ সন্মুখলৈ গ'ল আৰু ঠিক নাৰায়ণৰ দৰেই মাটিত লেপেটা কাঢ়ি বহি দিলে। তাৰ পাছত তেওঁ একেথৰে নাৰায়ণৰ চকুলৈ চাই থাকিল। কেইমিনিটমান পাৰ হৈ গ'ল। কাৰো মুখত কোনো কথা নাই। নিঃশব্দ, স্তব্ধ, এক আচৰিত পৰিবেশ। হঠাতে নাৰায়ণ টোপনিৰ পৰা সাৰ পোৱা মানুহৰ দৰে জিকাৰ খাই উঠিল। লাহে-লাহে সি পৱিত্ৰক চিনি পোৱাৰ দৰে কৰিলে। পৱিত্ৰই দুয়োটা হাত নি তাৰ কান্ধত থলে। সি তেতিয়াও একেথৰে পৱিত্ৰলৈকে চাই আছিল। সিনো কি ধাৰণা কৰি আছিল অথবা কি ভাবি আছিল, নাইবা একো ভবাই নাছিল নেকি, পৱিত্ৰই একো বুজিব পৰা নাছিল। কিন্তু তেনেকৈ থাকোঁতেই এটা সময়ত নাৰায়ণৰ মুখখন পৱিত্ৰৰ গাৰ ফালে ঢলি আহিল আৰু সি সম্পূৰ্ণকৈ পৱিত্ৰৰ কোঁচত মুৰটো গুজি ফেঁকুৰি-ফেকুৰি কান্দিবলৈ ধৰিলে। পৱিত্ৰই তেতিয়া তাৰ পিঠিখন মোহাৰি-মোহাৰি একোবত ক'লে, "মই আছোঁ নহয়। মই আছোঁ।"

তেওঁৰ মাতটো কঁপিছিল। কমলাকান্তই তেতিয়া পৱিত্ৰৰ

বাউসীটোত সোঁহাতৰ তলুৱাখন থৈ আঙুলিকেইটাৰে তেওঁক চপাৰিয়াই আছিল। পৱিত্ৰই বোধকৰোঁ সেয়া গম পোৱা নাছিল। ঠিক নাৰায়ণৰ দৰেই। এনেকুৱা লাগিছিল, তেওঁ যেন তেতিয়া নাৰায়ণক নিজৰ বুকুৰ বহুত ভিতৰলৈ সুমুৱাই লৈছিল।

সেইদিনা গধূলিলৈ সেই নিয়মীয়া গাদীখনৰ ওপৰত বহি কোনেও কাকো নিয়মীয়া প্ৰশ্নবোৰ নকৰিলে। পৰলোকলৈ গতি কৰা আত্মাৰ সদ্‌গতিৰ বাবে মৌন হৈ প্ৰাৰ্থনা কৰাৰ দৰে দুয়ো দুফালে বহি থাকিল। বহুত দেৰীৰ মূৰত কমলাকান্তই কিবা হিচাপৰ বহী এখন হাতত লোৱা দেখি পৱিত্ৰই ক'লে, "নাৰায়ণটোক আজি মই সান্ত্বনা দিবলৈ বৰ সংকোচ বোধ কৰিছিলোঁ। মোৰ লাজেই লাগিছিল নেকি? নহ'লে মই কিবা এটা নাজানিছিলোঁ। কিবা এটা সংকোচ মোৰ হৈছিল। তোমাৰ বাৰু তেনেকুৱা কিবা হৈছিলনে?"

কমলাকান্তই হিচাপৰ বহীখন চাই আছিল। সেইখনকে চাই থাকিল। পৱিত্ৰৰ কথাৰ প্ৰতি যেন কাণসাৰেই নাই! নিজৰ কামটো একেবাৰে শেষ কৰি কলমটো সামৰি থৈহে তেওঁ মাত লগালে, "ওঁ, তুমি কিবা এটা কৈছিলা? কি কৈছিলা?"

পৱিত্ৰই পিছে একো নক'লে। তেওঁ এবাৰ সন্দেহৰ দৃষ্টিৰে বন্ধুৰ ফালে চালে। কমলাকান্তই তেতিয়া চকু মুদি আছিল। কিবা এটা যেন ভাবিছিল। তেনেকৈ থাকিয়েই তেওঁ ক'লে, "তুমি শুনিবলৈ কেনে পোৱা নাজানো কিন্তু মোৰ এটা ধাৰণা হৈছে—এই বিয়া-বাৰু নকৰা মানুহবোৰ অলপ বেছি দয়ালু হয় নে কি? তেওঁলোকৰ মনবোৰ অলপ বেছি কোমল হয় নেকি? তুমি বাৰু কি ভাবা?"

হাঁহি দিলে পৱিত্ৰই। শব্দ কৰি হাঁহিলে। কিন্তু কোনো কথা নক'লে।

কিন্তু মনে-মনে যেন পৱিত্ৰই এবাৰলৈ হ'লেও ভাবিলে, কথাটো

বাৰু সঁচাকৈয়ে সঁচা নেকি? তেওঁ বাৰু সঁচাকৈয়ে আনতকৈ বেলেগ নেকি? কাৰণ মাজতে তেওঁ এবাৰ এনেয়ে হাঁহিলে। একো কাৰণ নথকাকৈ।

সেইটোনো বাৰু কি ডাঙৰ কথা! ধানটোৱে প্ৰতি কণটো, মানুহটোৱে প্ৰতি মনটো। মানুহ মানুহেই। সকলোৰে ধ্যান-ধাৰণা একে নহয়। কিছুমানে কিবা এটা কৰিবলৈ ললে দৰ্শন যুক্তি, উচিত, অনুচিত, এসোপামানে তেওঁলোকক হেঁচা মাৰি ধৰে। কিছুমানৰ বাবে আকৌ দৰ্শন কিতাপৰ পাতত, যুক্তি মনৰ পিছত; মনৰ আগত থাকে মাথোঁ দুখন হাত, দুটা ভৰি।

ঠিক তেনেকুৱা দুটা ভৰিৰ ওপৰত থিয় হৈয়েই নাৰায়ণে খুব সোনকালে এটা ৰোমাঞ্চকৰ ঘটনা ঘটালে। তাৰ পত্নীৰ আদ্যশ্ৰাদ্ধ পাৰ হৈ গৈছিল মাত্ৰ। সেইকেইটা দিনৰ পাছতে সি তাৰ সকলো দুখ-শোক পাহৰি ওচৰৰে এজনী যুৱতীক পলুৱাই লৈ গ'ল।

এইটো খবৰ লোৱাৰ দিনা কমলাকান্তই তেওঁৰ পেটৰ ওপৰত তুলি দিয়া ৰেডিঅ'টো আঁতৰাই থৈ দিলে। তাৰ পাছত নিজৰ পেটটো মোহাৰি-মোহাৰি সম্মুখত চিগাৰেট হুপি বহি থকা বন্ধুলৈ বহুত ধৰণৰ চাৱনিৰে চালে। তেনেকৈ চাবলগীয়া কিবা বিশেষ কাৰণ আছিল নে নাছিল সেইটো তেওঁ নিজেই নাজানিছিল। কিন্তু পৰিব্ৰক তেনেকৈ চাই থাকি তেওঁৰ ভাল লাগিছিল। মুখত তেওঁৰ এক ধৰণৰ হাঁহি এটা লাগি আছিল। সেইদিনাও চাহ-জলপান খোৱালৈকে কোনেও একো কথা নোকোৱাকৈ সেই ধৰণেই বহি থাকিল। মুখখন মচিবলৈ লৈ কমলাকান্তই আৰম্ভ কৰিলে, "দেখিলা, বীৰ পুৰুষে কেনে কাণ্ডটো কৰিলে? এইবোৰ মানুহৰ বাবেই তুমি কান্দিবলৈ যোৱা। মোক বৰ কথা শুনোৱা। উচিত-অনুচিত বুজোৱা। দেখিলা এতিয়া? দেখিলানে?"

পৰিব্ৰই কাগজ এখন হাতত লৈ ভাঁজ কৰি কৰি কিবা এটা কৰিবলৈ আৰম্ভ কৰিছিল। সেইটোৰ পৰা তেওঁ মূৰ নাদাঙিলে।

কমলাকান্তই কিন্তু আকৌ ক'লে, "মই অৱশ্যে তাক বাঃ বাঃ অলপ দিম। ঠিক বেটা। চোৱাচোন তুমি। কোনোবাই কাৰোবাক ভৰ যৌবনতে এৰি আনৰ বুকুৰ উম বিচাৰি গ'ল। যাওঁতে যেনিবা কিবা-কিবি কথা কিছুমান কৈ গ'ল। সেই কোনোবাজনে সেইখিনিকে লৈ আজিও উদং বুকুৰে আছে। নতুনকৈ একো চিন্তাই কৰিব পৰা নাই। নহয়নে বাৰু? কি কোৱা? আৰু আমাৰ মহাপুৰুষলৈ চোৱা। একুৰি দিন উদং বুকুৰে থাকিব নোৱাৰিলে। পাৰিব কোনোবাই? পাৰিবনে? সাহস আছে?"

পৰিব্ৰই কাগজখনেৰে নাও এখন সাজি আছিল। কি কাৰণে জানো তেওঁক বৰ সৰু ল'ৰাৰ নিচিনা লাগিছিল। নাওখন তেওঁ বৰ যত্ন কৰি সাজিছিল। তেওঁ কমলাকান্তৰ কথাৰ উত্তৰতো নিদিলেই, আনকি নিজৰ কামটোৰ পৰা মূৰ তুলিও নাচালে। নাওখন সাজি উঠি তেওঁ সেইখনকে কেইবাবাৰো ঘূৰাই-পকাই চালে। তাতনো ইমান কিটো চাবলগীয়া আছিল তেওঁহে বুজিলে। নাওখন কমলাকান্তৰ পেটটোৰ ওপৰত তুলি দি তেওঁ এক ধৰণৰ হাঁহি এটা মাৰিলে। চকুকেইটা নাওখনতে স্থিৰ। এবাৰ নাওখন তুলি আনিলে। আকৌ কমলাকান্তৰ পেটটোৰ ওপৰত থলে। তাৰ পাছত বৰ আচৰিত ভংগী এটাৰ কাম এটা আছে বুলি তেওঁ গুচি গ'ল।

কমলাকান্তই কি বুজিলে ধৰিব পৰা নগ'ল কিন্তু তেৰোঁ এক ধৰণৰ আনন্দ অনুভৱ কৰিলে। বহু দেৰিলৈকে তেওঁ নাওখন এবাৰ হাতত লৈ আকৌ নিজৰ পেটটোৰ ওপৰত থৈ অকলে-অকলে মিচিক-মাচাককৈ হাঁহি থাকিল। —ঠিক এটা গেৰেলা কণমানি ল'ৰাৰ নিচিনাকৈ।

ইয়াৰ পাছৰ কেইবাটাও গধূলি পৰিব্ৰ আহি সোমালেই কমলাকান্তই এক ধৰণৰ হাঁহি এটা মাৰে। নতুন ভংগী এটাৰে

গাৰুটো আগবঢ়াই দিয়ে। পৱিত্ৰই নাহাঁহেও, নামাতেও, কমলাকান্তৰ কামৰ ওপৰত গুৰুত্বও নিদিয়ে।

কমলাকান্তই দোকানত নাৰায়ণৰ ঘৰৰ ওচৰৰে নতুন ল'ৰা এটাক কামত ল'লে। নাৰায়ণৰ হেনো আৰু কামলৈ অহাৰ আশা নাই। অৱশ্যে সি আহিলেও কমলাকান্তই তাক ৰাখিব নে নাৰাখে তাৰ একো ঠিক নাই। কাৰণ নতুন ল'ৰাটোক কমলাকান্তই নাৰায়ণতকৈও কম পইচাত বন্দবস্ত কৰিছে। লাহে-লাহেহে হেনো বঢ়াব।

অৱশ্যে এই ক্ষেত্ৰত পৱিত্ৰযো একো হেতা-ওপৰা কৰা নাই। কমলাকান্তই নিজেহে এদিন পৱিত্ৰক খোঁচ মাৰি চালে, "তুমি দেখোন মোক নতুন ল'ৰাটোৰ দৰমহা বঢ়াবলৈ এবাৰো কোৱা নাই! তাক মই কিমান দিওঁ জানানো নাজানা?"

পৱিত্ৰই দুয়োটা হাতৰ মুঠি টান কৰি ধৰিলে; মুখেৰে কিন্তু লগে-লগে একো নক'লে। অলপ পাছত দুযোখন হাতেৰে মুখখন মোহাৰি তেওঁ ক'লে, "এটা কথা আমি পাহৰি যোৱা উচিত নহয় যে, নাৰায়ণৰ প্ৰথম দুৰ্ঘটনাটো নোহোৱাহেঁতেন বা নঘটোৱাহেঁতেন পিছৰবোৰো কিজানি নঘটিলহেঁতেন।"

কমলাকান্তই পৱিত্ৰৰ এইষাৰ বাক্য শুনিলে যেনেই লাগিল; পিছে হাঁহি সেইটোহে মাৰিলে যিটো মাৰিলে আগতেও মাৰে। উত্তৰ একো নিদিলে।

অৱশ্যে মাজে-মাজে কমলাকান্তই নতুন ল'ৰাটোক নাৰায়ণৰ খবৰ সোধে। কেনে আছে? ইত্যাদি। ল'ৰাটোৱে যি পাৰে কয়। পিছে এদিন সি নোসোধাকৈয়ে কমলাকান্তক ক'লেহি, "বাবু, নাৰায়ণ জেলত আছে। আমি বাবু আগতেই কৈছিলোঁ, সি পগলা হৈ গৈছে। সি বাবু তাৰ মাইকীটো কাটি দিছে। এটা ভৰি ছিগি গৈছে। চিভিলত আছে এতিয়া। তাক পুলিচে লৈ গৈছে।"

এইটো গৰম খবৰ যেতিয়া পৱিত্ৰক দিয়া হ'ল, তেওঁ তেতিয়া

বিশেষ একো গুৰুত্ব দিয়া যেন নেদেখুৱালে, "এ, হয় নেকি ? চাওঁ মোৰ যোৱামোহৰ হিচাপটো চাই দিয়াচোন। অলপ দি যাওঁ।"

কমলাকান্তই কিন্তু হিচাপটো নাচালে। তেওঁ যেন এইবাৰহে আচৰিত হ'ল। একেথৰে বহুত দেৰিলৈকে তেওঁ বন্ধুৰ মুখলৈকে চাই থাকিল। মুখেৰে অৱশ্যে একো নক'লে। পৱিত্ৰও নিৰ্বিকাৰ মানুহৰ দৰে বহি থাকিল। ঘূৰাই হিচাপৰ কথাও নক'লে।

সেইদিনা ৰাতি কমলাকান্তই সেই ল'ৰাটোক ওচৰলৈ মাতি আনি সুধিলে, "তই তি কেলেই নাৰায়ণক পগলা বুলি ভাব ?"

ল'ৰাটোৱে থতমত খাই গ'ল। সি ভালকৈ একো উত্তৰেই দিব নোৱাৰিলে। কমলাকান্তইনো কেলেই সেইটো কথা সুধিলে তাকো বুজা নগ'ল। কিন্তু ইয়াৰ পাছৰ কেইদিনমান তেওঁ নিয়মীয়াকৈ নগৰৰ ফালে অহা-যোৱা কৰিলে।

এসপ্তাহমানৰ পাছত এদিন গধূলি গাদীখনৰ ওপৰত তেওঁ পৱিত্ৰক গোঙোৰা মানুহে কোৱাদি ক'লে, "মই নাৰায়ণক জামিনত মুকলি কৰি আনিলোঁ। কাইলৈৰ পৰা সি কামলৈ আহিব।"

পৱিত্ৰই মুৰটো একেবাৰে পোন কৰি চিঞৰি দিলে, "কি ? কি ক'লা তুমি ?"

কমলাকান্তই একো নোকোৱাকৈ তললৈ চাই থাকিল। পৱিত্ৰয়ো পুনৰ মেৰুদণ্ড বেঁকা কৰি লৈ বহুত দেৰিলৈকে কমলাকান্তক চাই থাকিল। তেওঁ কিবা বুজিব খুজিলে নে এনেয়ে চাই থাকিল ধৰিব পৰা নগ'ল। শেষত দৃষ্টি ঘূৰাই আনি তেওঁ ক'লে, "মানুহে সকলো কামেই শুদ্ধ চিন্তাৰ মাজেৰে কৰা উচিত। এতিয়া দোকানত নাৰায়ণ থাকিলে বোধকৰোঁ গ্ৰাহক কমিব। তাক মানুহে বলিয়া বুলি ভাবে। তদুপৰি তাৰ কাছাৰিৰ কেইছ খেলোঁতে বহুত টকা খৰচ হ'ব। তোমাৰ পেটটো সৰু হৈ যাব পাৰে। গাৰ বিষো হ'ব পাৰে। অৱশ্যে তুমি পাপ খণ্ডন কৰি পুণ্য অৰ্জন কৰিবলৈ বিচাৰিছা যদি নাজানো।"

কমলাকান্তই আজি হাঁহি নিদিলে। তেওঁ বৰ গহীন হৈ থাকিল। এবাৰ মাত্ৰ তেওঁ পৱিত্ৰৰ চকুলৈ চালে; তাৰ পাছত অন্যফালে চাই কৈ গ'ল, "বুজিছা, সৌ মাটিতে সি আহি আমন-জিমনকৈ বহি আছিল। মই ভাবিলোঁ জেলৰ পৰা আহিছে, তাক কিজানি অলপ পইচা লাগে। দিলোঁ—সি নলয়। তাক পইচা নালাগে। কি লাগে তাকো নকয়। উঠিও নাযায়। কিনো হ'ল জানো, ফতকৰে মোৰ মুখৰ পৰা ওলাই গ'ল—হ'ব বাৰু যা। কাইলৈৰ পৰা আহিবি। সিও তোমাৰ অকৰা হাঁহি এটা মাৰি লগে-লগে ওলাই গ'ল।"

পৱিত্ৰই কমলাকান্তৰ মুখলৈকে চাই থাকিল। কমলাকান্তৰ মুখত এনেকুৱা বৰ্ণনা তেওঁ প্ৰথম শুনিলে। কথাবোৰ কওঁতে তেওঁৰ মুখত কিবা এক তিৰবিৰণি উঠিছিল। পৱিত্ৰই সেইটোও লক্ষ্য কৰা যেন লাগিল। তেওঁ একো নামাতিলে, কিন্তু হাত দুখনৰে কেইবাটাও নকৰা কাম কৰি পেলালে। পেটৰ ওপৰৰ পৰা ৰেডিঅ'টো টান মাৰি লৈ আহিল। অলপ সময় সেইটো নিজে পকাই থাকি মাজতে এবাৰ বন্ধুলৈ চালে। ৰেডিঅ'টো কাষতে থৈ দিলে। মানুহটো অলপ আগফালে বেঁকা হৈ হাত দুখনেৰে কমলাকান্তৰ পেটটো চুই চালে। হাঁহি এটাও মাৰিলে। তেওঁৰ মুখৰ অন্য এটা নতুন হাঁহি। কমলাকান্তই পৱিত্ৰৰ দুয়োখন হাত মুঠি মাৰি ধৰি জোকাৰি দিলে, মুখেৰে নামাতাও চামাতাও, কিখন কৰি আছা তুমি? মোৰ জেগাত বাৰু তুমি হোৱাহেঁতেন কি কৰিলাহেঁতেন?"

কথাকেইটা কমলাকান্তই অলপ লাজ-লাজকৈ ক'লে। পৱিত্ৰই কিবা এটা বুজি পোৱাৰ দৰে কৰিলে। হাত দুখন আঁতৰাই আনিলে। তাৰ পাছত চিকমিকাই থোৱা এটা মিঠা হাঁহিৰে কমলাকান্তৰ ফালে সোঁ-হাতখন আগবঢ়াই দি ক'লে, "চাওঁ চিগাৰেট এটা দিয়া।"

———